*Jawanbandi, an Assamese novel written by Imran Shah and Published by Maher Afjun Publications, Dhai Ali, Sibsagar. Price Rs 20 00 only.*

প্ৰকাশক :

মেহেৰ আফজুন পাব্লিকেচনছ

ধাই আলি, শিৱসাগৰ

বেটুপাত : বিজয় মণ্ডল

মূল্য : ২০'০০ টকা

ছপা :

পূৰ্বোদয় প্ৰেছ

১০ কৈলাস বসু ষ্ট্ৰীট

কলিকতা-৬

# একাষাৰ



উপন্যাস পঠনৰ বস্তু। কিন্তু শ্ৰৱণৰ অবিৰতে ... জি কৰিবলৈ ইয়াৰ এক স্বকীয়া মাত্ৰিকতাৰ প্ৰয়োজন। ... প্ৰযুক্তি বিদ্যাৰ যুগত অন্যভাৱে তেনে এটা দিশ উদঙাই দিছে। কথনভংগীৰ মনোহাৰিত্ব—, ভাষাৰ লালিত্য, কাহিনীৰ কৌতূহল আৰু চৰিত্ৰৰ বৈচিত্ৰ্যই এনে উপন্যাসৰ পৰিপূৰ্ণতা যোগায়। "জবানবন্দী" উপন্যাসখন তেনে এক পৰীক্ষিত উপন্যাস।

ইমৰান শ্বাহৰ 'জবানবন্দী' মই আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ যোগেদি একেবাহে শুনিছিলো। ঔপন্যাসিক মোৰ অন্তৰঙ্গ ব্যক্তি বুলিয়েই নহয়— তাতোতকৈ অন্তৰঙ্গতা অনুভৱ কৰিছিলো—শ্ৰীশ্বাহে কাহিনীৰ চৰিত্ৰবিলাক আমাৰ নিচেই কাষলৈ চপাই আনি আত্মীয়তাৰ উত্তাপ উপলব্ধি কৰিবলৈ দিয়াৰ কাৰণে। ঔপন্যাসিকে নিজেই ইয়াৰ কেন্দ্ৰীয় চৰিত্ৰ আৰু কথকৰ ভূমিকা লৈ সান্নিধ্যলৈ অহা মানুহবিলাকৰ হাঁহি, উচুপনি বিলাকৰ কথা মৰম নিগৰাই কৈ গৈছে। চৰিত্ৰবিলাকে দৈনন্দিন জীৱনৰ কথা-বতৰাত ব্যৱহাৰ কৰা আৰবী, পাৰ্চী শব্দবোৰৰ সাৱলীল আৰু তাৎপৰ্যপূৰ্ণ প্ৰয়োগে কাহিনী আৰু চৰিত্ৰবোৰৰ বিশ্বস্ততা বঢ়াই তুলিছে। মানুহৰ লগত মানুহৰ সম্পৰ্কৰ বিভিন্ন দিশ আৰু নিবিড়তা উন্মোচন কৰাই আজিৰ সাহিত্যৰ লক্ষ্য। আচলতে এই সমস্যাটোৱেই মানুহৰ এক চিৰন্তন সমস্যা। ব্যক্তি আৰু সমাজ জীৱনৰ নানা ঘটনা—পৰিস্থিতি, বিয়া—জানাজা আদিৰ মাজেদি এই সম্পৰ্কৰ সাকোঁডালৰ স্বৰূপ ধৰা পৰে। ঔপন্যাসিকে খুব অচিনাকি নাইবা—দিকচৌ বাটৰ নহয়—বুকুৰ মৰমে আওৱালি থকা, আলিয়ে পদূলিয়ে অহা যোৱা কৰি থকা—মানুহখিনিক উপন্যাসত একত্ৰিত কৰিছে। মানুহৰ চিনাকি গোন্ধৰ মাজত চিৰন্তন অনুভূতিৰ উমাদিহ পোৱাৰ চেষ্টা কৰিছে। সাম্প্ৰতিক কালত ঔপন্যাসিক সকলে গুচৰৰ ইতিহাস, চিনাকি বাটৰ কাষ চাপি অহাৰ যি আগ্ৰহ আৰু মানসিকতা ইমৰান শ্বাহৰ উপন্যাসতো তাৰ স্বাক্ষৰ আছে।

উপন্যাসখনত ঔপন্যাসিক কাহিনীৰ এক অবিচ্ছেদ্য চৰিত্ৰ হৈ পৰাৰ কাৰণে বিচাৰ আৰু বিবেকবোধ কাহিনীৰ মাজত সৰব হৈ আছে। ইংৰাজী ঔপন্যাসিক লেখক যেনেকৈ অবতাৰণা কৰা এই ৰীতি উপন্যাসত আজি প্ৰায়

সকলো ঔপন্যাসিকে ব্যৱহাৰ কৰা দেখিবলৈ পোৱা যায়। বাৰ্ধক্যৰ জড়তাত কোঙা হৈ শৈশৱৰ মুকলি মুৰীয়া আৰু ৰঙঢালা দিনবোৰলৈ সততে মনত পৰাৰ দৰে—বৰ্তমানৰ বিবিধ সমস্যাই ঢকাডিঙৰা লগাই থকা অৱস্থাই মানুহৰ মনবোৰ অতীতলৈ আকুহী নিয়ে। বৰ্তমানৰ টটঙা মাটিয়ে অতীতৰ আমেজকেই নহয়—আচাৰ, ৰীতি-নীতিবোৰকো প্ৰত্যক্ষ কৰিছে। নতুন পুৰণিৰ এই দোমোজাত ঔপন্যাসিকে লিখা কথাষাৰ ঘনে ঘনে মনলৈ আহিব—, "অতীতক অন্তৰঙ্গভাৱে লগ পাবলৈ টান আৰু লগ পালে এৰা এৰি হ'বলৈ টান।"

কেন্দ্ৰীয় কাহিনী এটাৰ অভাৱ হ'লেও উপন্যাসৰ সৰু বৰ বিভিন্ন পৰিস্থিতিৰ মাজেদি মানুহৰ মমতাবোধ আকৰ্ষণীয় ৰূপত প্ৰকাশ পাইছে। অসমীয়া ইছলামী সংস্কৃতিৰ এক নিখুট ৰূপৰেখাই জবানবন্দীৰ আকৰ্ষণ বৃদ্ধি কৰিছে। গতিকে 'জবানবন্দী' অসমীয়া উপন্যাস সাহিত্যলৈ এক বিশিষ্ট অৱদান বুলি স্বীকাৰ কৰিব লাগিব। উপন্যাসখনে পাঠক সমাজৰ সমাদৰ লাভ কৰিব বুলি নিশ্চয় আশা কৰিব পাৰোঁ।

শিৱসাগৰ কলেজ
যোগেন চেতিয়া
১৫ জুন, '৮৮,

আকাশবাণীয়ে মোক কৈছে, মই বোলে গল্প ক'ব লাগে। এখন গাঁও বা এটা অঞ্চলৰ গল্প য'ত অসমীয়া মুছলমানৰ চব্ কথা চব্ দিশ প্ৰকাশ পায়।

প্ৰস্তাৱটো বেচ্ বঢ়িয়া। ৰূপায়ণ কিন্তু নিচেই সহজ নহয়। গল্প ক'ব মই খুবেই পাৰিম। কোৰাৰ হিচ্কাও মোৰ আছে; আল্লাই কৰাত জানোও ধেৰ্ ধেৰ্। কিন্তু এই গল্পটো অলপ পাক-লগা।

নাই নাই। মোক যেন কোনেও ভুল নুবুজে। মুছলমান গাঁওতো মোৰ নখৰ আয়নাত ফৰিং ফুটা। খাচ গৰিয়া গাঁৱত পয়দা হৈছোঁ। হাৱা-পানী খাই চিয়ানা হৈছোঁ। মুছলমানৰ ঘৰত ল'ৰা উপজিলে প্ৰথমে শুনায় আজান। ময়ো শুনিছোঁ। ময়ো প্যাৰ হৈ আহিছোঁ মক্তৱ-মচ্জিদ্ ৰাজ-নচীহতৰ পৰিক্ৰমা। আৰু আমাৰ গাঁৱত যি আছে কিজানি অসমৰ সকলো মুছলমান গাঁৱতে আছে। যি নাই বোধকৰোঁ ক'তো নাই।

কিন্তু এই গাঁও মই যিমান চিনি পাওঁ সিমান জানো জানো? চিনা আৰু জনাৰ মাজৰ সীমাৰেখাডাল সাংঘাতিক গোলমলীয়া। বৰ মিহিনো। একেবাৰে পুলচিৰাৎ। অকণমান উনৈশ-বিশ হ'লেই তলৰ মাটি ওপৰ, ওপৰৰ মাটি তল হৈ যাব পাৰে। এইবোৰৰ লগত ধৰ্মবিশ্বাসো জিহলি হৈ থাকে। ধৰ্মবিশ্বাস বস্তুটো বৰ পিল্পিলিয়া। ক'ত কেতিয়া কেনি পিছল খাব লগীয়া হয় চম্ভুজিবই নোৱাৰি। ভয় লাগে।

ডাক্তৰ মোমাইটিয়ে হ'লে জানিছিল। মানে বৰ ভালকৈ জানিছিল। আৰু ক'বও জানিছিল বৰ বেহা লগাই। বহণ লগাই। বহইচ লগাই।

মই কলম-পিহা মানুহ। কলম-পিহা মানুহে আড্ডা মাৰি ভাল পোৱাটো ঐতিহাসিক সত্য। আড্ডা আৰু তৰ্ক। তৰ্কতো আড্ডাৰ প্ৰাণ। পেৰিচৰপৰা বোগ্দাদলৈ, বোগ্দাদৰপৰা দিল্লীলৈ আড্ডাৰ কতযে ৰূপ, কত ৰং। আৰু আমাৰ ডাক্তৰ মোমাইটি আছিল পহিলা নম্বৰী আড্ডাবাজ। বেমাৰীয়েও বেমাৰৰ কথা পাহৰে, ডাক্তৰেও পয়চাৰ কথা পাহৰে। বাহিৰত বাট-চোৱা-বেমাৰীয়ে বেঞ্চতে বহি বহি হামিয়াই-হিকটিয়াই ৰৰণী বোৱা আৰম্ভ কৰে। কথা কোৱাৰ আৰ্ট এটা জানিছিল মোমাইটিয়ে। ওচৰৰপৰা মানুহ মুগ্ধচিছিল। কেতিয়াবা কাকো নেপালে নিজৰ 'বয়'টোকে পাকৰাও কৰিছিল।... অ'ই, মাছৰ কি দাম অ'? এ-এ তহঁতে, তহঁতে ক'ত মাছ দেখিবি? মাছ আছিল এক জামানাত।...আমি সকতে, উঁহ, গৰাহত একোজনী এইজনী পুঠিমাছ।...মাইহঁতে বুইছ নগা-ঢাৰীত নাৰ-বাত' শুকুৱাইছিল ৰ'দত। হেৰ' শুকতি খাই পাইছ?... ইত্যাদি। মোমাইটিৰ এটা দেখ দেখ দুৰ্বলতা আছিল,—অতীত-বিহাৰ। ল'ৰালিৰে হওঁক, ডেকা কালৰে হওক, মাজ বয়সৰে হওক পুৰণি দিনৰ কথাৰ পোহাৰখন মেলি ল'ব পাৰিলে সহজে নেসামৰিছিল।

মোমাইটিৰ ওচৰলৈ মাজে মাজে গৈছিলোঁ। ছেগ চাই কঠিয়া পৰাত মোৰ অকণমান কেৰামতালি নাই বুলি নকওঁ। পচন্দ মতে এটা প্ৰসঙ্গ সজাই-পৰাই এৰি দিছিলোঁ। ঠিক সময়ত সঠিক ঠাইত বৰশী টুপুঙৰাৰ দৰে। আৰু মোমাইটিয়ে ভোকাতুৰ মাছৰ দৰে কলোপ্—একেবাৰে গৰাহ্ মাৰি ধৰিছিল। চালাক মানুহে কম চালাক মানুহৰ আগত কেতিয়াবা অঁকৰাৰ ভাও জোৰে। মোমাইটিৰ কামটো আচলতে তেনেকুৱাহে কিবা হ'ব পায়। আৰু,—আদি কাণ্ডৰপৰা উত্তৰা কাণ্ডলৈ একেবাৰে তহলি থাকিব। বৰনা যাক কয়। শেষৰ ফালে মোমাইটিয়ে চকুৰে বৰকৈ নেদেখা হৈছিল। আৱাৰী কেদাৰা

এখনত বেছিভাগ সময় বহি থাকে। বোগী তেনেকৈ নেচায়। কিন্তু, সেই কাৰণেই নেকি, পুৰণি কথাবোৰ তেওঁৰ মনলৈ বেছিকৈ, বেছি জলজল্ পট্পট্কৈ আহি থকা হৈছিল। আৰু এতিয়া সেইবোৰৰ তফ্চীৰ—নতুন পটভূমিত ব্যাখ্যাও চুক কৰি দিছিল। এই কামটো আগতে তেওঁ মচলুম কৰা নাছিল। শেষ অৱস্থালৈকে মোমাইটিৰ মাতটো টক্টকীয়া গোট-গোট হৈ আছিল। তেওঁৰ শেষ কথাবোৰ —মোক কোৱা শেষ কথাবোৰ—মোৰ আজিও চেৰেং চেৰেঙকৈ কাণত বাজে।—কথাবোৰ নেপাহৰিবি বুইছ প্রফেচৰ। পাহৰাটো তহঁতৰ জামানাৰ চব্‌চে ডাঙৰ মাজুৰি, বুইছ। এইল্‌মেণ্ট্।

মোমাইটি এতিয়া নাই। ইন্তেকাল হ'ল। কিন্তু মোমাইটিৰ কথাবোৰ, সোণসেৰীয়া অনেক অনেক কথা, মোৰ মনৰ মণি-কোঠাত সাঁচি-সামৰি থোৱা আছে। আলফুলকৈ। হেফাজতেৰে। মোমাইটিৰ লগতে আৰু কিমানজনৰ কথা। আৰু আজি সুযোগ আহিছে তাৰে বচা বচা দুই-চাৰিটা মুকুতাৰ দৰে কথা পোহৰৰ আঙিনালৈ উলিয়াই অনাৰ। জিলমিলাব। চিকমিকাব। হয়তো কোনোবাই চাব নিজা নিজা চকুৰে। চাই দেখিব তাত অনেকৰ ছবি, নিজৰেই ছবি, হেৰাই হেৰাই যোৱা, মচি মচি যোৱা। নতুনৰ বজাৰত পুৰণিৰ কিবা দাম! তথাপি! আৰু সেয়ে! বিচমিল্লাহ, আৰম্ভ কৰিলোঁ মোমাইটিৰ কথাৰেই মোৰ এই কথকতা।

মোৰ ডাঙৰ ল'ৰাটোৰ দুবছৰমান বয়স হওঁতে এটা বৰ ডাঙৰ সমস্যাৰ উদ্ভৱ হৈছিল। দেখাত সকলো ঠিকেই থাকে। খায়-বয়। খেলে। শোৱে। হাঁহে-কান্দে। বৰ শকত-আৱত নহ'লেও গোটাটো। মজবুত। কিন্তু ৰাতি হ'লেই এটা অদ্ভুত ঝামেলাৰ সৃষ্টি হয়। মাজনিশা এক-দুইমান বজাত সি সাৰ পাই উঠে। ওলাই যাবলৈ লাগে। খেলিবলৈ লাগে। শুৱাবলৈ যত্ন কৰিলেই সি চেৰেউ-কেৰেউকৈ বাউটি জুৰি কন্দা আৰম্ভ কৰিব, দুনীয়াৰ কাৰো সাইধ নাই তাক নিচুকায়। শেষত চৰটো চকাটোও হয়গৈ। কামত নাহে। আৰু এক ঘৰ মানুহৰ টোপনিৰ বিজুতি ঘটে। আৰু কিবা এদিন নে?

ছুদিননে ? দিনৰ পিছত দিন। মাক খিটখিটিয়া হৈ আছিছিল। কাণত বাজিছিল সদায় বাবাটো বুলি মতা ল'ৰাটোক তেওঁ নাম ধৰি খিবোজ বুলি মতা আৰম্ভ কৰিছিল। বুঢ়ীমাকে তেওঁৰ জিগৰৰ টুকুৰা নাতি-পোনাটোক শাও-শপনি দিয়া আৰম্ভ কৰিছিল। মই বৰ দুখ পাইছিলো। এখন ভৰপূৰ ব্যস্ত ঘৰৰ আটাইতকৈ দৰ্কাৰী বস্তু কটিন সি খেলিমেলি কৰি পেলাইছিল। ভূতৰ ওপৰত দানহৰ দৰে ওচৰ-চুবুৰিয়াই ইটো-সিটো সোধামেলা কোৱা-মেলা আৰম্ভ কৰি দিছিল। এনেকুৱাবোৰ ক্ষেত্ৰত আটাইতকৈ দুখৰ কথাটো হ'ল নিৰ্দোষ মাকজনী এনেয়ে দোষৰ ভাগী হ'ব লগাত পৰে।

দেৱাই-পানী কৰিছিলোঁ। গুণ ধৰা নাছিল। মায়ে বাৰে বাৰে কৈছিল,—হেৰৌ, দেৱাই মথা খেমেখাই মুখুৱাবিচোন। এইবোৰ তাচিৰ। দেৱাইত বাঢ়িবহে। ঘাইকৈ মাইৰ কথাতেই ল'ৰাটোৰ গাত দোল-কঁহতি তাবিজ-তুলাজ লমা-লমে ওলমিছিল। নাই। কোনো কামত অহা নাছিল। শেষত কেইবা যোৰাও মানুহে সাপজানৰ মৌলবী চাহেবৰপৰা পানী কটাই আনিবলৈ পৰামৰ্শ দিলে। বোলে সেইজনা জোনাবৰ কাটি দিয়া পানীৰ মজাজা একেবাৰে অব্যৰ্থ। মিত-দা দণ্ডা-দণ্ডি কৰি এই মাৰ্ কি সেই মাৰ্ কৰি থকা শতকৰেও ঠাইতে দা দলিয়াই হেনো সাৱটা-সাৱটি কৰে। একেবামান দূৰ। হ'লেও নগ'লে হ'ব নে ? মায়ে ৰাতিপুৱাই প্ৰথম সেই আযাৰকে কয়। যাওঁ যাওঁ বুলি টোঁৱাই আছো। যোৱা হোৱা নাই। গ'লোৱেইহেঁতেন আক। মুৰকত ডাক্তৰ মোমাইটিৰ তলৰ্ আহি গ'ল। মই যেন তিতা-দহে আহি যাওঁ। গ'লো।

ভণিতাৰ কোনো নিয়ম নাই।

—হেৰৌ প্ৰফেচৰ। সাপজানলৈকে ওলাইছ বোলে।

—কোনে ক'লে, মোমাইটি ?

—ক'ব লাগিছে নে ?! ইয়াৰপৰা তালৈ কলেজৰ প্ৰফেচৰ যোৱাটোতো জবৰৰ খবৰ। গৱৰ্ণিং-বডীটো তুলিব পাৰি। উচ্চ-শিক্ষাৰ ইজ্জতৰ মামলা। কি কৈছেনো ?

ক'লোঁ। অলপ হয়তো বেছিকৈয়ে ক'লোঁ।

শুনি বেজাই খং কৰিলে। বকিলে। মোৰ কমনচেন্সতো সন্দেহ প্ৰকাশ কৰিলে। মোক খং কৰিলে বেয়া নেপাওঁ। ভালহে পাওঁ। দুটা কাৰণে। *প্ৰথম, মোক খং কৰা মানুহ এই দুনীয়াত তেতিয়া মাথোন মাই আৰু মোমাইটিহে আছিলগৈ। এতিয়া ফাপৰি কঠিয়াৰ সেই সঁচো মৰিল। মৰমৰ কাৰণেই খং কৰা মানুহৰ অভাৱ হোৱাটো বৰ বেদনাদায়ক। দ্বিতীয়তে, মোমাইটিৰ খং বৰ খস্তেকীয়া। ধানখেৰৰ জুই। কিন্তু বৰ উপভোগ্য। নাটকৰ নিচিনা।

মোমাইটিয়ে কৈছিল,—হেৰৌ, থ' সেইসোপা। এক জামানা আছিল বুইছ। মানুহৰ ইমান ঠিক আছিল। ইমানৰ ৰৌণক আছিল। শ্বান আছিল। এতিয়া সেই জামানা গ'ল। আজি ক'ত সেইদিন, সেই মানুহ। মই খোদ আৰবত দেখি আহিছো নহয়, মানুহৰ ইমানৰ সেই জোৰ সেই তাগদ্ নাই।

ডাক্তৰ মোমাইটি যে হাজী চাহেবো কথাষাৰ মনতে নেথাকে। মোমাইটি হাড়ে-হাড়ে আধ্যাত্মিক। পিছে অকণমান বেলেগ ধৰণৰ। প্ৰগতিশীলেই ক'ব লাগিবনে কি। অথবা লিবাৰেল। তেনেকুৱাই কিবা এটা ক'ব লাগিব। ধৰ্মই মোমাইটিক ব্যক্তিত্ব দিছিল। ব্যক্তিত্ব কাঢ়ি লোৱা নাছিল।

মোমাইটিৰ কথাত অকণমান আচৰিত হৈয়ে সুধিছিলোঁ,—কেলৈ তেনেকৈ কৈছা ?

—শুনিবি ? শুন তেন্তে।

এনেই বুঢ়ী নাচনী। আৰু কোনে পায়। মজলিচী মোমাইটিৰ কিচ্চাৰ ভাণ্ডাৰৰ চিচিম্-ফাক্। কৈ গৈছিল ইটোৰ পিছত সিটোকৈ হেৰাই যোৱা মানুহৰ ইমান-আমলৰ মিচাল। শেহত কৈছিল,—তইঁতেতো সেই তাহানিৰ আমাৰ মৌলানা চাহেবক" দেখিবলৈ নেপালিয়েই। ক'ত দেখিবি। চব নচীবৰ কথা। মানুহ দেখিবলৈকো মানুহৰ নচীব লাগে। মোৰেই মনত পৰে ৰিণিকি-ৰিণিকি। কি মানুহ আছিল। কি মানুহ। বাটে দি গ'লে বাটটোৰ চুবতেই বদলি

যায়। গাঁওখনৰ ব্যক্তিত্বই আলাদা হৈ যায়। সাইলাখ ফিৰিস্তাৰ চেহেৰা। যেতিয়া কোৰাণ তিলাৱত কৰে, মেহ্ফিলত ৱাজ কৰে, আহ্, চাৰিওফালে কাঁহ পৰি জীণ যায়। চয়তান থৰিবচ্ পলাই ফাঁট মাৰে।

—বাহ্। একেবাৰে ইলাহী কাৰবাৰ।

—চুপ্ মাজত ধৰি কথা নক'ৰি। ডাঙৰৰ কথাৰ মাজত মাত মাতিব নেপায়। বুইছ, আমাৰ ৰবাজানে কতদিন ৰাতি ৰাতি মৌলানা চাহেবৰ কিচ্চা কৈ কৈ আমাক শুৱাইছিল। শেষ ৰাতি তহ্জুদৰ নামাজ পঢ়ি উঠি জোনাব বাটলৈ ওলাই আহি হাইদৰী হাক্ মাৰিছিল। তইঁতে শুনিছ হাইদৰী হাক্? নাই শুনা? ক'ত শুনিবি! মোৰেই ৰিণিকি-ৰিণিকি মনত পৰে।

—ক'ত শুনিম মোমাইটি। মই কৈছিলোঁ,—তাহানি হেনো একোজন মুৱাজ্জিনে আজান দিলে ছুমাইল দূৰতো মানুহে চাফ্ শুনিছিল। আজিকালিতো মাইক্ নহ'লে নচলেই।

—ঠিক কৈছ। জামানা বদলিল বুইছ। পিছে মানুহৰ মাতেই সৰু হৈ গ'ল বুলি ধৰি নল'বি। আন কথাও আছে। আৰু আজিকালি গণ্ডগোলবোৰ বেছি হ'ল বুইছ। আগে নিজান মুকলি নিমাও মাও অলপ বেছি আছিল। অঁ, পিছে মই কি কৈছিলোঁ, অ,' জোনাবে মাৰে হাইদৰী হাক্। তামাম গাঁও ৰজনজনাই যায়। ঘৰে ঘৰে খুটুক্ খাটাক্। মানুহ সাৰ পায়। তাৰ পিছতে ফজৰৰ মধুৰ আজান। আচ্ছালাতু খাইকম্ মিনান নৌম। কি মিঠা। কিমান লাখটকীয়া কথা। টোপনিতকৈ প্ৰাৰ্থনা ভাল। গোটেই গাঁও উঠি যায়।

—নাই মোমাইটি। আজিকালি আগতকৈ নামাজী ধেৰ বাঢ়ি গ'ল। মচজিদবোৰ বহলাব লগা হৈছে। ইদ-বকৰীদৰ নামাজ মচজিদত পঢ়িবই নোৱাৰি।

মোমাইটিক জোকাই ল'ব পাৰিলে বৰ মজা। দস্তুৰমত নাটক আৰম্ভ হৈ যায়।

—ধুত ভেৰি। হেৰৌ 'চালাত'ৰ অৰ্থ বুজা মানুহ বাঢ়িছে ক'ত।

বেছিৰ ভাগতো দাড়ি ৰাখি ৰবীন্দ্ৰনাথ। শব্দ, শব্দ, শব্দ, আৰু কোঢ়াল। আগতে ধৰ্ম কৰিবলৈ মানুহ নিজানলৈ গৈছিল। আজিকালি ৰাজপথলৈ ওলাই আহে। প্ৰচেচন্ কৰে। বহুল হয় মানে নৈৰ দ-টো কম হয় বুইছ প্ৰফেচৰ। আজিকালি বহুত হৈছে। কিন্তু মোৰ দেখোন বহুত কিবাকিবি নাইকিয়া হৈ আহিছে যেন লাগে। একো যেন নাইকিয়া হৈ আহিছে।

মোৰ কায়দাটো নেখাটিল। মোমাইটি বেচ ঠাণ্ডা, বেচ থমথমীয়া হৈহে পৰিল। এইটো মোমাইটিৰ বিৰল ৰূপ।

ভিতৰি ভিতৰি লাজো পালোঁ। কথা সলাবলৈ গৈ ক'লো,—পিছে সঁচাকৈ মোমাইটি। ল'ৰাটোৱে বৰ কান্দে। আমি একলেথীয়া বিবুধিয়ে হৈছোঁ। কিবা হয়েইবা।

—হোঁ? অঁ। দুদিনমান ৰহচোন। নেলাগে যাব সাউতকৈ সাপজানলৈ। ময়ে চাওঁচোন কিবা এটা কৰি। বুঢ়া ডাক্তৰ। তাতে হাজীও। কিবা হয়েইবা। পিছত গ'লেও যাবি লাগিলে। বাৰু, পোনাটো মানুহৰ কোলালৈ যায় নে? মানে, নতুন মানুহৰ লগ লয় নে?

—এ' মোমাইটি, তাৰ সেইবোৰ বাচ-বিচাৰ নাই। জাককৰ্মাৰ মাজত উঠা। মালাই পাগুৰীয়ে পোত গৈ থকা মুচা-ফকীৰেও আ-যা-বেটা বুলিলেই সাউত। আমাৰটো ভয়েই লাগে। মাকক কওঁ ইয়াক কেতিয়াবা কোনোবাই জোলোঙাত ভৰাই নিনিলেই হয়। সোপাধৰা নে কি?

—অঁ, ল'ৰা ভাল, বুইছ। ঠিক আছে। মই এখন প্ৰেচক্ৰিপচন দিছোঁ। তই এইকেইটা দেৱাই আনি থবি। আৰু বোৱাৰীক ক'বি, মই কাইলৈৰপৰা তিনি চাৰিদিন তহঁতৰ ঘৰত মেহ্‌মান। ক'বি মই বুঢ়া একেবা মান লাল্‌চী। পাভমাছ, মুৰ্‌গী-চানা এইবোৰ ভাল-পাওঁ। পোলাও কোণ্ডাতো অৰুচি নাই।

মোমাইটিৰ খেয়ালি। আমি সকলোৱেই জানো, মোমাইটি খোৱা-বোৱাত বৰ হিচাবী। সামান্য পৰিমাণো মাত্ৰাধিক্য নাই।

ঘড়ী ধৰি খায়, চলে। মোমাইটিয়ে এখন প্ৰেচক্ৰিপ্‌চন দিছিল। মই কাগজখিলা হাতত লৈ মাত্ৰ ভাবিছিলোঁ, মোমাইটি যে এজন ডাক্তৰো কথাষাৰ আমাৰ মনতে নেথাকে।

মোমাইটি সঁচাকৈয়ে পিচদিনাই আহি তিনিদিন আমাৰ ঘৰত থাকিলহি আলহী হৈ। চুবেইয়াই তাৰ পিছত বহুত আব্‌দাৰ কৰিও ৰাখিব নোৱাৰিলে। ময়ো কৈছিলোঁ। এখৰীয়া মানুহ। সিদ্ধান্তৰ লৰণ-চৰণ নাই। হাঁহি হাঁহি কৈছিল,—জন-ৰে নামৰ এজন পণ্ডিত মানুহে কি কৈছিল জান। ফিচ্‌ এণ্ড্‌ গেষ্টচ্‌ স্মেল এট্‌ থ্ৰী ডেইজ অ'ল্ড। গোন্ধোৱাৰ আগতে যাওঁ।

তাৰপিছত এওঁক ওচৰলৈ মাতি কাষতে বহুৱাই মূৰত হাত ফুৰাই দোৱা কৰি কৈছিল,—মা অ', চুবেইয়া। ল'ৰাই আমনি কৰেই। কাম-বনত আমনি হ'লে, দিনত বাগৰ এটা মাৰিবলৈও মন যায়, মাকহঁতে ল'ৰা দিনত শুলে বৰ বেয়া নেপায়। বহুত মাকে আকৌ অকণমান বেছি সময় শোৱক বুলি অকণ-অকণ আঁতৰ-চাতৰো গাকৰে-চাকৰে ঘঁহিহে দিয়ে। বেয়া নহয়। বঢ়াৰ বয়সটো শোৱাৰো বয়স। পিছে এটা কথা। মগজত ধাৰ থকা ল'ৰাই বৰ বেছি সময় শুব নোখোজে। কুট্‌কুটাই হ'বলা। তোমালোকৰ ল'ৰা যি দেখিছোঁ দেহে-মনে ছুয়োপিনেই খটাসুৰ হ'ব লাগে। পিছে দিনত বৰকৈ মুগুৱাবা। অন্ততঃ আবেলিৰপৰা ৰাতিলৈ। খেলাবা। কচৰৎ লাগে। মাকৰো হ'ব। লৰাৰে খেদাৰে সমান ভাগৰ। আৰু এই দেৱাই কেইটা খুৱাই থাকিবা। যোৱা ৰাতি সি বঢ়িয়া শুইছে নহয়নে? শুব, সদায়। চিন্তা নকৰিবা।

মই যি বুজিছিলোঁ মোমাইটিয়ে খালী এটা কামেই কৰিছিল। আবেলি তিনিমান বজাৰপৰা ৰাতি আঠমান বজালৈ তেওঁ পোনাটোক ফুৰাই-মেলি খেলাইমেলি একেবাৰে ব্যস্ত ৰাখিছিল। মোমাইটিয়ে কায়দা-কিটিপো খেৰ জানিছিল কেঁচুৱা ওলোৱাৰ। ছুদিনতে সি মাককো নিবিচৰা হৈছিল। তাৰ বেচ ভাগৰ লাগিছিল ঠিকেই। কিন্তু শোৱাৰ বা কন্দাৰ একো সুযোগেই সি নেপাইছিল। তাৰ পিছত

ৰাতি আঠ-ন বজাৰ পিছত শোৱাৰ সুবিধা যেতিয়া সি পাইছিল তেতিয়া ইমানেই ফস্তি জুৰি শুইছিল যে ৰাতি বিচনাত প্লাৱন নামিলেও কেট্‌কুট নকৰিছিল। দহ-বাৰ ঘণ্টা একেলগে মাৰি দিছিল কুম্ভকৰ্ণ—মাৰাথন্‌।

—মোমাইটি। মোমাইটিক জোকাই লোৱাৰ লোভ মোৰ আশৈশৱ খচ্‌লতত। —এটা কথা কিন্তু একেবাৰে নুবুজিলোঁ। তুমিতো চাবিত্‌ কৰি দিলা যে দোল-ফহতি তাবিজ-তুলাজ এইবোৰ বুজৰুকী। ফাক-ফুক। তেন্তে সেই কিচ্চাটো মোক কেলৈ কৈছিলা?

—কোনটো কিচ্চা?

—সেইযে। সেই মৌলানা চাহেবৰ বিয়াৰ কিচ্চা। সেইযে টাইগাৰ চাৰ্মিং।

—ধুৰ উজবুক। কিচ্চা নহয়। আলবৎ হকিকত। আৰে। আৰে। চুৰেইয়া মা! কি কথা! অহ্‌-হহ-হ। বৰ ধুনীয়া কথা। মই বৰ ভাল পাইছো। ইয়াক সেইবাৰ কথা ক'লো। লগে লগে তাৰ কাণ ৰঙা আৰু তোমাৰ মুখ কেহেৰাজ। বৰ ভাল পাইছো। পিছে ই প্ৰফেচৰ হ'ল। ল'ৰাৰ বাপেকী হ'ল। অথচ এইকণ কথা বুজি নেপালে সেইবাৰ মুবুলি কি বুলিব লাগিবহে। হেৰৌ শুন—

মোমাইটিয়ে কৈছিল। কিন্তু সেই কথাৰ আগতে মোমাইটিয়ে কোৱা মৌলানা চাহেবৰ বিয়াৰ কিচ্চা।

হাইদৰী হাক মৰা মৌলানা চাহেব তেতিয়া ভৰপূৰ জোৱান। চকু-বোৱা চেহেৰা। মৌলানা চাহেবৰ বিয়াত মোমাইটিৰ বাবাজান মানে আমাৰ আটাজি তামুলী হৈ গৈছিল। নেহাত কমেও চাৰি-কুৰি এশ বছৰৰ আগৰ কথা। কইনাৰ ঘৰ পোন্ধৰ-কুৰি মাইলমান নিলগত। চৈ-দিয়া গৰুৰ গাড়ীৰে দৰাৰ পাৰ্টি গৈছে। ওচৰৰ কইনা হ'লে দৰা ঘোঁৰাতো যায়। মাজৰ ফালে ঘোঁৰা-বাগী। শেষত মটৰ।

একেবাৰে শেষৰখন গাড়ীত জেনানা। চৈৰ আগে-পিছে পৰ্দা। ভিতৰত খেৰৰ ওপৰত শীতল-পাটি। মৌলানা চাহেবে সুন্তনাকৈ নিয়

খৰত বিয়ানাম গাই গাই গৈছে। সেইবোৰ গীত-মাত বহুদিন হ'ল বিচাৰি পাব নোৱাৰাকৈ হেৰাল।

মাজতে এডৰা ঘন হাবিৰ মাজেৰে বাট। আগলৈ পিছলৈ একো একো মাইলমানলৈ কোনো নৰ-মনিচৰ ঘৰ-মোকামৰ চিন-মোকাম নাই। বিৰান্।

হঠাৎ দৰাৰ গাড়ী ৰৈ গ'ল। এখন এখনকৈ বাকী কেইখনো আহি থুপ খালেহি। ইচাৰাতে সকলোৱে বুজি গৈছে—খট্ৰা। কাৰো মুখত টু শব্দ এটা নাই। অনবৰত চেল-বেলাই অহা শেষৰ গাড়ীৰ সক সক কেইটাও তাপ মাৰিছে।

কি হল? কি হ'ব পাৰে? শেষৰ গাড়ীৰ পৰ্দা এক ইঞ্চি আধা ইঞ্চি ফাঁক হৈছে।

দূৰ-পাল্লাৰ চফৰত গৈ থকাটোৱেই যে পহিলা কথা সেয়াটো এটা ছধৰ-বাচ্চায়ো জানে। গাৰোৱানে লৱচৰ নকৰাকৈ ইচাৰা কৰিলে।

কুৰি বেঁওমান আগত। সেইখিতে। কেঁকুৰিটোৰ পিঠিতে। সক চোতালখনমান ঘাঁহনি ডৰাত। বদ পুৱাই পুৱাই দীঘল দি আছে বিয়াগোম এক ঢেকীয়াপতীয়া বনৰজা। মূৰটো একটিয়াকৈ দাঙি এক ছবিৰ ভঙ্গিত ট-টকৈ চাই আছে গাড়ীবোৰলৈ। চেহেৰাত সামান্য আচৰিত হোৱা যেন ভাব এটা আছে যদিও খং-ৰাগ-লোভ-মোহ-আনন্দ বা তেনে আন একো ভাৱ-অনুভাৱ নাই। নাই। ক'তো পাত এখিলিও খিলিক ক'ৰা নাই। গক কেইটাও কাণ-নেগুৰ-থৰ যেন পুতলা। পুতলা যদিও যি কোনো মুহূৰ্তত ঘুঁৰলি-চুৰলি নেওচি বন-হৰিণৰ বিশ্বাশৰদ-চেকুৰ মৰাৰ সতৰ্কতা সিহঁতৰ চেহেৰাত পৰিষ্কাৰ।

সকলোৰে চকু দৰাত। মৌলানা চাহেবে এতিয়া কি কৰে। আতুৰত মানুহে আল্লাহৰ নাম লয়। শ বছৰৰ আগৰ অসমীয়া আম-মুছলমানৰ বাবে একোজন মোল্লা-মৌলানা আল্লাহৰ খাচ-মানুহ যেন আছিল। নেতা। নিৰ্ভৰ। সেয়ে সমুখত বিয়াগোম বাঘ এটা দেখিয়ো মানুহখিনিয়ে হুৱা-হুৱা হাৰৈ বিয়ৈ এখন লগোৱা নাছিল।

চাহেবে নিঃশব্দে কেৱল ওঁঠ লৰাই কিবা পঢ়িছিল। হয়তো ইউনুচৰ প্ৰাৰ্থনা। পঢ়ি পঢ়িয়েই লাহে লাহে গাড়ীৰপৰা নামিছিল। ইমান লাহে লাহে যে জোনাবৰ গাৰ কাষৰ হাৱাও হয়তো বিশেষ আন্দোলিত হোৱা নাছিল। ধীৰে অতি ধীৰে জোনাব আগবাঢ়ি গ'ল খোজৰ মূৰত খোজ দি বাঘটোৰ পিনে। উশাহ ল'বলৈয়ো পাহৰি যোৱা এটা অৱস্থা।

এটা সময়ত যেন এযুগৰ মূৰত বনৰজাৰপৰা কেইখোজমান আঁতৰত জোনাব বৈ গ'ল। বনৰজা ইতিমধ্যে উঠি বহিছে। একেই অভিব্যক্তি। আশ্চৰ্য্য কিঞ্চিত বাঢ়িছে। চকু মৌলানা চাহেবৰ চকুত স্থিৰ। মৌলানা চাহেবেও একে থিৰে বাঘৰ চকুলৈ চাই আছে। চম্‌কি লগোৱা পাগুৰি। গুণাৰ বন কৰা তিৰবিৰাই থকা চৌগা শেৰৱানী। এটা দুৰ্গৰ দৰে চাহেবৰ দেহ অকম্প। ওঁঠযোৰ মাত্ৰ সামান্য লৰি আছে। চকুৰ পচাৰো পৰা নাই।

দুই প্ৰচণ্ড শক্তিৰ মুখামুখিৰ এক বিৰল দৃশ্য।

খন্তেক পিছত মৌলানা চাহেবৰ হাতৰ আঙুলিত খীণ কিন্তু পৰিষ্কাৰ ইংগিত। গাড়ীবোৰ একাষৰীয়া হৈ স্বাভাৱিকভাৱে পাৰ হৈ যাব লাগে। মৰণত শৰণ দি য়া-নপ্‌চি য়া-নপ্‌চিকৈ চাৰিখন গৰুগাড়ী বাঘৰ প্ৰায় নাকৰ আগেৰেই পাৰ হৈ গ'ল। নাই। বাঘো অলৰ। জোনাবো অলৰ। বান্ধিহে থৈছে যেন পৰস্পৰে পৰস্পৰক। এইবাৰ জোনাব লাহে লাহে আহিবলৈ ধৰিলে—পাছ হুহকি গাড়ীবোৰৰ ফালে। পাঁচ খোজমান আহিছেহে, এনেতে···হা-উ-ম—একেজাঁপে বিয়াগোম বাঘ···বাঘঢকা বনৰ মাজত·· হৰণলুকী।

—বুইছ প্ৰফেচৰ। মোমাইটিয়ে কৈছিল—চব কথাত, চব কামতে, 'আমল' এটা বৰ ডাঙৰ বস্তু। অভ্যাসেই বিদ্যা। অনভ্যাসে হৃতবিদ্যা। আজিকালি মানুহৰ জ্ঞান-বিদ্যা-সুবিধা সকলো বৃদ্ধি পাইছে। কিন্তু 'আমল' কমি গৈ আছে। আগৰ মানুহে জানিছিল কম। কিন্তু 'আমল' পুৰা আছিল। 'বিশ্বাসে মিলয় হৰি' কথাষাৰৰ তাৎপৰ্য্য বুজি পাব? নে 'হৰি' শব্দটো থকা কাৰণে মুছলমানৰ তাত কি দৰ্কাৰ বুলি

জাব? মানুহে কৈছিল জোনাবে হেনো বাঘটো কিবা বান্ধি পেলাইছিল। হয় জানো? হ'বও পাৰে। মই নেজানো। হয়তো এহাতে জোনাবৰ আধ্যাত্মিকতাত অকুণ্ঠ 'আমলে' আনি দিয়া পৰম বিশ্বাসৰ শক্তি আৰু আনহাতে···আনহাতে জৰ্জ নিডিভাৰৰ সেইযে দি বাইফেল্ বাট অব এ 'ক্লাব অব উড্—কিবা এটা হৈছিল আৰু এইবোৰৰ মাজতে। আজি আৰু সেইবোৰ ক'ত নিম্-হাকিমৰ জামানাত। আজিকালি দোল-ফহতি তাবিজ-তুলাজ বিজিনেচ্ হৈ গৈছে। কিবা বুজিলিনে এতিয়া, প্ৰফেচৰ। তুমি কি কোৱা চুৰেইয়া বাদু?

বিয়াৰ কথা ওলালেই মোৰ দুখন বিয়াৰ কথা মনত পৰি যায়। আৰু মোৰ অকলে অকলে হাঁহি উঠি যায়। খুউব হাঁহিবৰ মন যায়। কালে কালে কি যে হয়। কি হৈ গৈ আছে। বস্তুবোৰ এনে ধৰণে নোহোৱা হৈ গৈ আছে। ভয়তো লাগেই। যেন আমি মৰো মৰোগৈ মানে যেন একোৱেই নোহোৱা হৈ যাব। নে মোৰ ভুল হৈছে। দৰাচলতে হয়তো একোৱেই নাছিল। ক্ৰমাৎ হ'বলৈ ধৰিছে। হৈ আহিছে। এদিন ভৰপুৰ হৈ উঠিব। একো নোহোৱাত অভ্যস্ত আগৰ চামে হোৱাকে নোহোৱা বুলি ভুল কৰে। হ'ব পাৰে। অথবা তেওঁলোকেই শুদ্ধ। বৰ্তমানটো ভুল। কিন্তু যাওক সেইবোৰ যুক্তি-তৰ্কৰ ফাকি। গল্পত তত্ব ভয়ানক এটা ঠাট্টা। বেখাপ্পা।

অঁ। কৈছিলোঁ মনত পৰি যায় দুখন বিয়াৰ কথা। প্ৰায় আঢ়ৈ কুৰি বছৰৰ ব্যৱধানত হোৱা একেখন গাঁৱৰ দুখন বিয়াৰ কথা।

এখন ডাক্তৰ মোমাইটিৰ।

বেবী হোৱাইটৰপৰা তাজা ওলাই অহা, বহল বগা হাফপেণ্ট বগা হাফচাৰ্ট পিন্ধা, জেপৰপৰা ষ্টেথিস্কোপৰ আগ ওলাই থকা, ডিঙিত ৰুমাল বন্ধা, খোজ কাঢ়োতে জোতাৰে খট্ খট্ শব্দ কৰা, টান বেমাৰী আগত লৈয়ো হাঁহিব পৰা, ডাক্তৰ মোমাইটিৰ বিয়াৰ কথা। খোজ কাঢ়োতে ডাক্তৰ-নাৰ্চৰ ভৰিৰ শব্দ নোহোৱা হোৱা বেছি দিন হোৱা নাই।

আনথন মোৰ একমাত্র ভাগিনজনী কাৰহাৰ বিয়া। সৌ সিদিনা মাথোন। আমাৰ খাচ গৰিয়া গাঁৱত।

তাৰিখটো মোৰ আজিও চাফ্ মনত আছে। পোছৰ আগটৰ গধূলি। আমাৰ পচুলিত এখন গাড়ী আহি বৈছিলহি। শব্দ শুনিয়েই জানিছিলো কোন আহিছে। কাৰণ আমাৰ পচুলিত ব'লে এখন গাড়ীয়েই ৰয়। পিছে ওলাই দেখো কবিয়া বাইটি নহয়। কাদিৰ ভিন্টিহে গহীন গহীনকৈ সোমাই আহিছে। ভিন্টি তেনেকৈ নাহেই। অহা মানেই কিবা এটা ঘটনা। ঘটনা কোৱাতকৈ কাণ্ড কোৱাই ভাল। আমিয়ে মাহে-দুমাহে যাওঁ। গৈ থাকো। বেছিদিন নোযোৱাকৈ থাকিলেই মানুহ পঠাই মতাই পঠায়। গাড়ী পঠিয়াই দিয়ে।

ভিন্টি কাৰবাৰী মানুহ। তেওঁলোক খাওানী কাৰবাৰী বংশ। বাপেকে কৰিছিল। আটায়েকে কৰিছিল। আটায়েকৰ কাৰবাৰ দৈনিক বজাৰতে সীমাৱদ্ধ আছিল। শেষৰ ফালে সৰু এখন গেলামালৰ দোকান দিছিল। দুখনমান গৰুৰ গাড়ী ৰাখিছিল—জাহাজঘাটৰ পৰা মাৰোৱাৰী গোলালৈ বস্তু কঢ়িওৱাৰ কাম। পুতেকৰ দিনত নগৰৰ মজিয়াত বিৰাট ডাঙৰ দোকান হৈছিল। তেল, বিস্কুট, এনেকুৱা কিছুমান বস্তুৰ এজেন্সী লৈছিল। মাজে মাজে কলিকতালৈ আহ—যাহ চলিছিল। লাহে লাহে কথাবোৰ বহল হৈ পৰিছিল। ডাঙৰ ডাঙৰ ঠিকা, হাট-বজাৰ-বিল আদি ডাকি লোৱা, ইত্যাদি, ইত্যাদি। মানুহে ভাল নোবোলা কিছু কিছু কাৰবাৰো কৰিছিল বুলি বু-বু বা-বা শুনা যায়। লাহে লাহে এটা সময়ত আমাৰ গাঁৱৰ আটাইতকৈ ডাঙৰ ঘৰটো সজা হৈ গৈছিল। দুখন মটৰ গাড়ী, দুখন বাচ, কেইবাখনো ট্রাকৰ লগত গাঁৱৰ বাইজ চিনাকি হৈ পৰিছিল।

তাৰ পিছতে আমাৰ কবিয়া বাইটিৰ লগত কাদিৰ ভিন্টিৰ বিয়া হৈ গৈছিল।

হঠাৎ অসুস্থ হৈ ববকৈ ঘূৰা-ফিৰা কৰিব নোৱাৰা হ'লত ভিন্টিয়ে এম-এ পঢ়া আধাতে এৰি বাপেকৰপৰা কাৰবাৰৰ লেকামভাল চম্ভালি

ল'লেহি। বাপেক টুকুৱাৰ পিছত ভিল্টিয়ে কাৰবাৰ অভাৱনীয়ভাৱে বহলাই গ'ল। পিছলৈ তেওঁ বেছিভাগ গুৱাহাটী মহানগৰীতে থকা হ'ল। নিজাকৈ ঘৰ সজাই ল'লে। অৱশ্যে বাইটি প্ৰায় সদায় গাঁৱতে থাকিছিল। এই কালৰ বিভিন্ন কাম-কাজৰ পৰিচালনা আৰু খেতি বাতি আদিৰ তদাৰক বাইটিয়েই কৰিছিল। কৰিব পাৰিছিল। শিকি গৈছিল।

বাইটিৰপৰাই আমি যি কিছু কিছু কথা গম পাইছিলো। এনেকৈ ভিল্টিয়ে নিজৰ কথা কাকোৱেই নকৈছিল। গাঁৱৰ লগত বৰ এটা সম্বন্ধই নাছিল। যি আছিল সেয়া বিভিন্ন ধৰণৰ চান্দা সহায় আদিৰ মাজতে আবদ্ধ আছিল। ঈদৰ সময়ত যেতিয়া ভিল্টিয়ে ফিৎৰা জাকাত আদি দিয়ে বহুত মানুহৰ সমাগম হয়। দান খায়ৰাতো কৰে প্ৰচুৰ, মুঠি খুলি। অকপটে। মাজে মাজে দুই-চাৰিটা ৰাজহুৱা কামৰ সম্পূৰ্ণ খৰচ বহন ভিল্টিয়ে নিজেই কৰিছিল। অৱশ্যে কেতিয়াও ঢাক-ঢোল নোকোবাইছিল। তুমি সোঁ-হাতে দিলে যেন তোমাৰ বাওঁ হাতেও গ'ম নেপায়—এই মুছলমানী নীতি আখৰে আখৰে মানি চলিছিল।

এবাৰ এটা বৰ মজাৰ ঘটনা ঘটিছিল।

কুৰি বছৰমানৰ আগৰ কথা হ'ব। গাঁৱৰ ল'ৰামখাৰ গা উঠিল। এখন স্পৰ্টচ্ পাতিবলৈ মতলব্ পকালে। দস্তুৰমত সমিতি গঠন হৈ গ'ল। মোক পাতিলে উপদেষ্টা। সিহঁতে পয়চা তোলা আৰম্ভ কৰিলে। মন্থৰ। গাঁৱত আমাৰ মানুহনো কিমান ঘৰ। তাতে টানি-টুনি টকাটো উলিয়াই দিব পৰা মানুহেই সৰহ। দিব-পৰা-মন থকা মানুহো ৰৰকৈ পাবলৈ টান। এনেতে ভিল্টি আহক ঘৰলৈ। সিহঁতক দলে-বলে যাবলৈ ক'লোঁ। টকা এশমান জকল পাবি বুলিও ক'লোঁ। কেনেকৈ কি ক'ব লাগিব শিকালোঁ। গ'ল। সকলো কথা ভাঙি-পাতি কৈ টকা এশমান দিবলৈ প্ৰাৰ্থনা জনালে।

ভিল্টিয়ে পেঘেনিয়াই পেঘেনিয়াই সিহঁতক সুধিলে—গাঁৱৰ ল'ৰা-ছোৱালীবোৰে দৌৰিব-মেলিব পাৰে নে? ভাল খেলিব পৰা ল'ৰা-

হোৱালী আছে নে? শ্ৰেণীভ প্ৰথম দ্বিতীয় কোন কোন হয়? ইত্যাদি। ইত্যাদি। কিমান প্ৰাইজ হ'ব? কি কি প্ৰাইজ হ'ব? শেষত কৈছিল—বাৰু, তোমালোকে চাহ-জলপান খোৱা আৰু ইয়াতে বহি এখন প্ৰাইজৰ লিষ্ট বনোৱা। মই কাগজ কলম দিছোঁ। লিষ্ট বনোৱা হ'লত এজন কৰ্মচাৰীক মাতি আনি কৈছিল—কালিলৈ বাতিপুৱা টাউনলৈ গৈ ইহঁতৰ এই বস্তুখিনি আনি দিবা। চাবা, যাতে চব ভাল বস্তু হয়। আগতে গম পোৱা হ'লে কলিকতাৰপৰা আনিব পৰা হ'লহেঁতেন। ইয়াত এনেয়ে দাম লয়। আৰু যাওঁতে ইহঁতৰ ছুটামানক লগত লৈ যাবা।

ল'ৰাবোৰে অজ্ঞাত কাৰণত লাজ পাইছিল। তেতিয়াৰে পৰা গাঁৱৰ বাৰ্ষিক স্পৰ্টচ্‌ৰ যাৱতীয় খা-খৰচ ভিন্টিয়ে প্ৰায় অকলেই বহন কৰি আহিছে। আমাৰ গাঁৱৰ ল'ৰাই ডিষ্ট্ৰিক্ট্ খেলিছে, ষ্টেট্‌চ খেলিছে। ভিন্টিয়ে সন্তোষ প্ৰকাশ কৰিছে। উৎসাহ দিছে। কিন্তু কেতিয়াও স্বীকৃতি বিচৰা নাই। আঁৰত থাকিবলৈকে বিচাৰিছে। তেনেকুৱাই দিল্‌দাৰ মানুহ আমাৰ কাদিৰ ভিন্টি।

কবিয়া বাইটিৰপৰাই আমি যি খা-খবৰ পাইছিলোঁ। ভিন্টি দিল্লীলৈ গ'ল। কলিকতা বোম্বাইলৈ গৈছে। কেতিয়াবা বাহিৰলৈ। অমুক কাৰণত। তমুক কাৰণত। ইত্যাদি। আমি মাত্ৰ বুজিছিলোঁ—পঞ্চাছ বছৰ বয়সত ভিন্টি ব্যৱসায়ৰ সেইটো স্তৰ পাইছিলগৈ য'ত টকাৰ অঙ্কটো গৌণ হৈ পৰে। যিটো অৱস্থাৰ কথা মোৰ দৰে মানুহে বুজিব নোৱাৰে।

এবাৰ বাইটিয়ে ভিন্টিৰ আগতে মোক কৈছিল ভিনিয়েৰক ক বুজিছ। তোৰ চাকৰিটো এৰ। আৰু কিবা এটা বিজিনেচত ধৰ। কিমান আৰু হায়-হায় খায়-খায় কৰি থাকিবি।

ভিন্টিয়ে একেবাৰে হা-হাকৈ উঠিছিল—কি কৈছা তুমি কবিয়া। মাথা-খাৰাপ নেকি? সিহঁতক মানুহ হৈ থাকিবলৈ দিয়াচোন। যন্ত্ৰ নবনাবা।

—ভিন্টি?

আন্নাৰ কথা এৰা। জুৱাৰ খোলাত মানুহে এটা অদ্ভুত নিচাত সকলো পাহৰি থাকে। মুৰকত গৈ কম্বল এৰিলেও কম্বলে নেৰাৰ নিচিনা হয়গৈ।

মই ঠিক বুজা নাছিলোঁ। এতিয়াও নুবুজোঁ। কিন্তু জানো, ভিন্টিৰ মনৰ গভীৰতা সহজে জোখা টান। আৰু সেই মনৰ গভীৰত হয়তো···হয়তো মিডাচৰ দুঃখ।

গাড়ীৰপৰা নামি আহি মজিয়াত বহি লৈ মোকে চুবেইয়াকে আগত বহুৱাই লৈ ভিন্টিয়ে তেওঁৰ শুকুলা মেঘৰ নিচিনা বগা হাঁহিটো মাৰি কৈছিল—এতিয়া পিছে তোমালোক হাত সাৱটি বহি থাকিলে নহ'ব নহয়। অহা দুই ছেপ্তেম্বৰৰ দিনা ভাগিনীয়েৰৰ বিয়া পাতিছোঁ। এতিয়াৰপৰাই যাব লাগে। চুবেইয়া আমাৰ ঘৰত থাকিব লাগে। কাম-বনবোৰ চম্ভালিব লাগে।

আমি একো নুবুজি আঁকৰা লাগি বহি আছিলোঁ। এনেও ভিন্টি সদায় ধুমুহা। কিন্তু এইবাৰ যে নির্ঘাত বজ্ৰ। কাৰ বিয়া? কোন ভাগিন? তাকো ইমান ততাভুকুতাকৈ। যিজন ভিন্টি মাজৰাতি আহি ঘৰ সোমালেও গোটা গাঁওখনে জানি যায়,—তেওঁৰ ঘৰত বিয়া আৰু আমিও ফুটকে পোৱা নাই!

ভিন্টিয়ে হাঁহিছিল। বগা হাঁহিটো নিজৰ ৰসতে চিল্‌মিল্‌কৈ ৰঙচুৱা হৈ পৰিছিল।

—তোমালোকে আকৌ বেয়া-চেয়া সেইবোৰ একো নেপাবা। জানাইতো। মই উফৰি ফুৰা মানুহ। জিৰাই-শঁতাই কিবা এটা কৰা নটীৰত সাধি অহা নাই। জীৱনৰ আধাখিনি কেনিযে কেতিয়া গ'ল গমেই নেপালোঁ। পাতি পেলাব লগা হ'ল বুজিছা। তোমালোক যাবা। পাবা যদি এতিয়াই এবাৰ মোৰ লগতে ওলোৱা। বাইটিয়েৰে ভাজি-পাতি ক'ব।

বাইটিয়ে কৈছিল।

ভাগিনজনী কাব্‌হা—ইংৰাজীত এম এ পঢ়ি আছিল। তাতে তাইৰ কোনোবা এজন ডেকা অধ্যাপকৰ লগত মনৰ সম্পর্ক ঘটিল।

কোনেবাকৈ কথা গৈ ভিন্টিৰ কাণত পৰিল। আৰু তেওঁ গৈ বিশ্ব-বিদ্যালয় ওলালগৈ। ফাৰহাৰ লগত কথা পাতিলে। তাইক লগত লৈ অধ্যাপকৰ ঘৰ পালেগৈ। অধ্যাপক আৰু তেওঁৰ বাপেক-মাকৰ লগত কথা পাতিলে।

আৰু এয়া এতিয়া পোন্ধৰ দিনৰ ভিতৰত বিয়া। কিবা চিন্তা কৰিব লগা কথা আছিল বুলি ভিন্টিহঁতে ভবাই নাছিল। ভাবিব লগা হৈছিল আমি। বিয়া বুলিলে সাজ-পাৰৰপৰা উপহাৰ পাতিলৈ ধৰে কথা আহি পৰে। তাতে বিয়া ফাৰহাৰ। যি কাপোৰ এটা কিনিবৰ হ'লেও দিল্লী-বোম্বাইৰ বজাৰৰ কথাই ভাবে।

বিয়া মানে বিয়াৰ উপলক্ষ্যত এটা ৰাজসিক উৎসৱ। এখন মেলা। বৰ্ণাব নোৱাৰি। নিজে নেদেখিলে আন্দাজ কৰিবও নোৱাৰি। আমি ভিতৰৰ মানুহ, কিছুমান পৰিসংখ্যা পাওঁ। যেনে, ফাৰহাৰ বিয়াত বিশেষ ধৰণৰ ফটকা, শুদ্ধকৈ ক'বৰ হ'লে ক্ৰেকাৰ ফুটিছিল দুহেজাৰ টকাৰ। ৰভা নহয় পেণ্ডেল আৰু চাজ-বাজ নহয় ডেকৰেচন পাৰ্টিটোৰ বিল হৈছিল ত্ৰিশ হেজাৰ টকা। মিঠাই আহিছিল গুৱাহাটীৰপৰা ট্ৰাকত। দিনে এখন। খানা বন্ধা পাকৈত খানচামা আহিছিল আমাৰ পূব-পশ্চিমৰ তিনিখন নগৰৰপৰা। গঞা-স্তাতি সকলোকে দাৱাত দিওঁতে দহোকুৰি কোৱা হৈছিল কম্‌চে-কম তিনিদিন যেন ঘৰত কোনেও চাহ এপিয়লা তামোল এখনো নেখায়। চৌকা-বন্ধ। দৰা আদৰা ফুল আহিছিল কলিকতাৰপৰা প্লেনেৰে—বৰফত ৰখা ৰজনীগন্ধা। আলহীৰ গাড়ী পাৰ্ক কৰিবলৈ ওচৰৰ এখন পথাৰ সুবিধাজনকভাৱে ঠিক কৰি লোৱা হৈছিল। ইত্যাদি। ইত্যাদি।

বিয়াৰ পিছত বাইটিক কথাই কথাই সুধিছিলোঁ—মুঠ খৰচ কিমান মান হ'ল বাৰু? বাইটিয়ে বৰ সৰলভাৱে হাঁহিছিল—হিচাপ ৰখা নাই নহয় অ'। ভিনিয়েৰে মানা কৰিছে। একেজনী ছোৱালী।

ডিভিত ধৰাধৰিকৈ ডাঙৰ হোৱা সঁচাই সৰল কৰিয়া বাইটিজনী কিমান বেলেগ হ'ল।

বিয়াত সকলো হৈছিল। আহল-বহলকৈ আয়োজন কৰা মিলাদ-

শৰীফ। এজন জোনাবৰ ভাষাত তক্‌ৰীবন্ দুই-তিনি হেজাৰ মানুহ দোৱা আৰু হাদিয়াত চামিল হৈছিল। আৰু তাৰ লগে লগে গোটেইবোৰ কাম-কাজৰ ভিডিও ৰেকর্ডিঙো চলিছিল। চলিছিল বিশেষ বিশেষ ধৰণৰ পার্টি। গীত-মাত। বুঁফে। হ'ব পৰা সকলো হৈছিল। ধুমুহাৰ দৰে দিন কেইটা পাৰ হৈ গৈছিল। অনবৰত ব্যস্ত হৈ আছিলোঁ। কিন্তু বিয়াখন হৈ যোৱাৰ পিছত অনুভৱ কৰিছিলোঁ—ইমান ডাঙৰ এখন বিয়া। এটা অংশ স্বৰূপ হৈ থাকিও ঠিক যেন উপভোগ কৰিব পৰা নাছিলোঁ। হয়তো কোনেও পৰা নাছিল। সোঁতত উটি গ'লে সাঁতোৰাৰ সোৱাদ পোৱা নেযায়। মই মাত্র অবাক হৈ এটা কথা লক্ষ্য কৰিছিলোঁ। এজন মানুহৰ দক্ষতা। ভিন্টিৰ কর্ম-ক্ষমতা। অর্গেনাইজিং এবিলিটি। যন্ত্র? নে কম্প্যুটাৰ?

অথচ ডাক্তৰ মোমাইটিৰ সেই বিয়াখন?

প্রায় আঠৈকুৰি বছৰৰ আগৰ সেই বিয়াখনৰ কথা মই দেখোন আজিও পাহৰিব পৰা নাই। হ'ব পাৰে মই তেতিয়া নিচেই সৰু আছিলোঁ। সকলোতে ৰং আৰু ৰস আৱিষ্কাৰ কৰাৰ বয়স। আৰু মনত পৰা মতে জীৱনত সেই প্রথমবাৰ এখন সম্পূর্ণ বিয়া চুতহি চুতহি খোৱাৰ সুযোগ পাইছো। ফিট-ফাট্‌কৈ পিন্ধি উৰি তেল-টেঙা ঘঁহি ফুলবাবু হৈ গৈ খন্তেক ৰভাতলীত শাৰী পূৰাই বহি লুচি-ভাজি তামোল-চালি মচলা খাই উঠি অহাই জানো বিয়া খোৱা। আচল বিয়া-খোৱাত আৰু ধেৰ কথা থাকে। কিন্তু নহয়। সেইবোৰ কাৰণে নহয়। সেইখন বিয়াৰ, সেই সময়ৰ, নানান প্রসঙ্গ, সন্দর্ভত যি আমেজ যি অন্তৰঙ্গতা আছিল আজিকালি নাই। আজি কালি সৰু-বিয়া ৰৰ-বিয়া চবতে বৰ বেছি হিচাপ-নিকাচ। বৰ বেছি লৌকিকতা। লৌকিকতা হওঁতে তেতিয়াও আছিল। সমাজ থাকিলে লৌকিকতা থাকিবই। কিন্তু তেতিয়াৰ মানুহে লৌকিকতাত বিশ্বাস কৰিছিল। আজিকালি মাত্র পালন কৰে। ফলত এই পালন অধিকাংশ ক্ষেত্রত পুতলা-খেলাৰ নিচিনা হৈ পৰে। একোখন যেন ব্যঙ্গচিত্র। নামাজ

পটি থাকোঁতে ৰেডিঅ'ৰ বাতৰিখিনিও শুনি থকাৰ নিচিনা এটা বৰিয়া ঠাট্টা।

এই নহয়, মাত্র সিদিনা ঈদৰ দিনা, কবৰস্থানত জিয়াৰত কৰিবলৈ আমি ঘৰৰ বুঢ়াকেইটা গ'লো ঠিকেই। ডেকাকেইটা সাৰেই নেপালে। অথচ ঈদৰ বাবে এমাহৰ আগৰপৰাই সিহঁতেই কাপোৰ চিলাই ধোবাক দি তপ্-টিয়াৰ। ক'লে আকৌ সিহঁতৰ হাঁহি উঠে। সিহঁতৰ কিয় হাঁহি উঠে বুজি নেপাওঁ। যেনেকৈ বুজি নেপাওঁ অনেক দিনৰ আগতে গুজৰি যোৱা মাই-ববাৰ কবৰৰ কাষৰত এবাৰ থিয় হ'বলৈ কিয় ইমান ব্যাকুলতা অনুভৱ কৰোঁ। ইহঁতে কিন্তু কবৰবোৰ চিনি নেপায়। বহি গ'লে ছুচপৰা মাটি দি পূৰাই দিয়াৰ গৰজ অনুভৱ নকৰে। মানুহৰ মূল্যবোধ, তাৰ গতি-প্ৰকৃতি এটা বৰ আহুকলীয়া অধ্যয়নৰ বস্তু। ই সংস্কৃতিৰ জন্মও দিয়ে, হত্যাও কৰে। মোৰ ববাই মোক যি যি শিকাইছিল মোৰ সন্তানক ময়ো তাকেই শিকালোঁ। অথচ উদ্ভৱ হ'ল বেলেগ কিবা, বিভিন্নতা। কিয়? উত্তৰ মই নেজানো। অমৃত মন্থনত গৰলো ওলোৱাটো কেনেকুৱা নিয়ম।

কবৰস্থানলৈ গৈ কেনেকৈ জিয়াৰত কৰিব লাগে মক্তবত মই শিকিছিলোঁ। কিন্তু জিয়াৰত কৰিবলৈ বুলি ঠিক আগতে কবৰস্থানলৈ যোৱা নাছিলোঁ। ডাক্তৰ মোমাইটিৰ জোৰোণৰ দিনা প্ৰথম বাৰলৈ গ'লোঁ। এটা অনন্য অভিজ্ঞতা। মনৰ মাজত এটা দ' সাঁচ আমৰণলৈ বৈ গ'ল। এটা উপলব্ধি: চিতাৰোঁ চে আগে জ'হা অওৰ ভী হেই। দেআৰ আৰ ম'ৰ থিংচ্ ইন্ হেভন্ এণ্ড আৰ্থ্ দেন আৰ ড্ৰিম্‌ট অব্ ইন্ ইওৰ ফিলচফী।

আগদিনাই আতাজিয়ে, মাই-মোমাইটিহঁতৰ ববাকে, জনাই দিছিল —পিছদিনা এটা নেক কামত ওলাই যাব লাগিব। কোন কোন যায় আওৱল ফজীৰতে যেন ওলায়। কবৰস্থানলৈ যাব লাগিব। জিয়াৰত হ'ব। ববাক সোধাত ওলাবি-বাৰ বুলি ক'লে। মোৰ কি উত্তেজনা। ফজৰৰ আজানৰ এপৰ আগতেই সাৰ পাই গৈছিলোঁ। কিজানি জীৱনত প্ৰথম বাৰলৈ প্ৰথম-কুকুৰাৰ ডাক শুনিছিলোঁ, প্ৰথম-চৰাইৰ মাত

শুনিছিলোঁ। মোৰ এতিয়াও ধাৰণা প্ৰথম সাৰ পোৱা চৰাই কাউৰী নহয়। চিনাকি মাতবোৰ ইমান অচিনাকি যেন লাগিছিল। অৰ্থপূৰ্ণ যেন লাগিছিল। অভিজ্ঞতা হৈছিল ধলফাটৰ। উষাৰ। চুবহ্‌ চাদিকৰ।

এটা অদ্ভুত শিহৰণ। এটা মুবুজা আৱেগ।

কাহিলি-কাহিলি পোহৰত ছয়-সাতজন মানুহ কবৰস্থানলৈ গৈছিল। চিনাকি বাট। অচিনাকি পৰিৱেশ। নিমাও-মাও। অথচ মুখৰ। ল'ৰাই খেলা আহল-বহল খেল-পথাৰখনৰ কি মায়াময় ৰূপ। কিন্তু ঘন কুঁৱলীৰ সিফালে সেয়া কোন? অ' নহয়, বগা তামোলৰ গোল-পোষ্ট। তিনিটা বগলী ইতিমধ্যেই আহি গৈছে। ইফালে সিফালে সিহঁতৰ যি খৰ খোজ। এতিয়া নিৰ্ভীক, তজবজীয়া একান্ত। দিনৰ কুচি-মুচি সতৰ্ক ভয়-ভীত ভাৱ নাই। মানুহ এতিয়াও সাৰ পাই উঠা নাইযে।

মোৰ কিন্তু হিৰ-হিৰকৈ ভয় লাগিছিল বেলফুটটো পাৰ হ'বৰ সময়ত। অকাৰণতে খোজবোৰ চুচৰি উজুটি। ববাৰ ওচৰ চাপি আহিছিলোঁ। মাক-বাপেকবোৰে পুতেক-জীয়েকহঁতৰ মনৰ কথা নিৰ্ভুলভাৱে বুজি পায়। ববাই মোৰ হাতত টানকৈ ধৰি মুখলৈ চাই হাঁহিছিল। মোৰ বুকুত খামোচ মাৰি ধৰা ভয়টো পুৰ-পুৰকৈ গলি প্ৰায় নোহোৱা হৈ গৈছিল।

ভয় লগাৰ উচিত কাৰণ আছিল।

বেলফুটটোৰ কাষেৰে যাবলৈ দিনতেই ভয় লাগিছিল। আজি-কালিতো সেইডোখৰ ঠাইত কেইবাটাও ঘৰ হৈ গ'ল। দোকান বহিল। আনকি মটৰৰ গেৰেজ এটাও হ'ল। ঘৰনো ক'ত নহয়। আমাৰ লৰালিৰ জয়লাঙণি বিল, তৰাণিখন, তাতো ঘৰ উঠিল। দিনে-ৰাতিয়ে গমগমাই থকা এই জেগা ডোখৰত আগেয়ে এটা ডাঙৰ পুখুৰী আছিল। পুখুৰীটোৰ ইতিহাস নাই, কিম্বদন্তী আছে। কোনোবা বে'লফ্ৰেড্‌ চাহেবে মেমেৰে সৈতে নৌকা-বিহাৰ কৰি ৰবণী বাবলৈ খন্দাইছিল হেনো। মানুহৰ মুখত সুফুটি সেয়ে হেনো হ'ল বেলফুট। ঠাই ডোখৰ জয়াল আছিল। চাহেব-মেম হেনো তাতে দুৰ্ঘটনাত পানীত ডুবি মৰিছিল। পুখুৰীটো হেনো কালিকা-লগা। মাছে টপ্‌ টপাই

গা-দেখুৱাই থাকিলেও মানুহে চিপ্ এটা পেলাবলৈ ভয় কৰিছিল। পূৰ্ণিমা আৰু আঁউসীত হেনো তাৰ পানীত সোণৰ এখন ৰূপৰ এখন নাও ছঁয়া-ময়াকৈ দেখা গৈছিল। নেজানো। হেৰোৱা কাহিনীৰ ছিগা-ছিগা সূতা। কাহানিও আৰু আঁত বিচাৰি পোৱা নেযাব। পুখুৰীটো পোত গ'ল।

চাহেব কিন্তু আছিল। গাঁৱৰ প্ৰায় গাতে সিফালে সেইয়া চাহেবৰ চিমেট্ৰিৰ ধ্বংসাৱশেষ। তাৰ প্ৰথম কবৰটোতেই লিখা আছে— নিধিৰাম ফাৰৱেল। এতিয়াও আছে। পিছে আৰু কিমান দিন থাকিব। কিজানি নেথাকিব। যেনেকৈ নেথাকিল ৰিং এটাৰ সিফালেই থকা অসমৰ প্ৰথমটো ছপাশালৰ ভেটিটো। যেনেকৈ নেথাকিল সেই ছপাশালৰ লগত সম্বন্ধ থকা গীৰ্জ্জাঘৰটোত থকা পুৰণি কাগজ পত্ৰ কিতাপৰ সৰু আলমাৰিটো। যেনেকৈ নাইকিয়া হৈ যাব ধৰিছে আমাৰ গাৱঁৰ মূৰত থকা, হয়তো অসমৰ একমাত্ৰ, আহোম যুগৰ সুবৃহৎ নৈৰ গা-ধোৱা পকাঘাটটো।

সেই মুনিচুনি পোহৰত কালিকা লগা বুলি খ্যাত সেই পুখুৰীটোৱে মোৰ ভয় ওপজোৱা স্বাভাৱিক। কিন্তু মোৰ ভয় লাগিছিল আচলতে পুখুৰীৰ পাৰত থকা এজনী বুঢ়ীলৈ। অকণমান এটা বিপজ্জনকভাৱে হাউলী থাকিও কেতিয়াও পৰি নোযোৱা যাছু লগা পঁজাত বুঢ়ী থাকে। নাম ডুকুকী মেম। আচলতে হব পায় ইংৰাজী ডাৰ্কি শব্দৰ অপভ্ৰংশ। কোনোবা চাহেবে বিয়া কৰোৱা সুবাদত দেশী মেম হেনো। সেই কাহিনী মই বহুত চেষ্টা কৰিও উদ্ধাৰ কৰিব নোৱাৰিলোঁ। কিন্তু ডুকুকী মেমৰ তেতিয়াৰ আমি দেখা চেহেৰা আছিল এক কথাত ভয় লগা। গাত শতাব্দী প্ৰাচীন এটা গাউন। চুলি আৰু মুখ সমানে কুটুলা-কুটুল, জুটুলা-জুটুল। চাপৰ আৰু কুঁজাৰ মাজৰ এটা দুৰ্বোধ্য অৱস্থা। বুকুখন খাল। এটা জীৱন্ত জ'কা এখন খহটা ক'লা ছালেৰে টানকৈ ঢকা। মাতবোৰ টিংটিঙিয়া। কৰ্কশ। এজন চাহেবে বিয়া কৰোৱা বা বিয়া কৰাব পৰা এজনী অতীত মানুহৰ ছাঁটোৰ অৱশিষ্টও এতিয়াৰ ডুকুকী মেমত নাছিল। এটা জয়াল পুখুৰীৰ পাৰত অনবৰত

গছৰ সেমেকা ছাঁত এটা সদায় হাউলী থকা জুপুৰীত এটা অলৌকিক ইতিকথাৰ দৰে জীয়াই থকা ডুককী মেমৰ অস্তিত্বটোলৈকে আচলতে মোৰ ভয় লাগিছিল। আৰু বৰ ভয়লগা আছিল ডুককী মেমৰ নামত প্ৰচলিত কথা-কাহিনীবোৰ। ডুককী মেমক হেনো এটা যখে বেজাই আমনি কৰিছিল। মাছ ফ্ৰাই কৰিলেই হেনো বেৰৰ জলঙাৰে শুকান গছৰ শিপাৰ দৰে হাত এখন ভৰাই দিয়ে। আৰু টেঁংটেঙীয়া নাকী মাতেৰে কয়—দেঁড়ু ঁকঁকী ঁ। মাছ অকণ নিদিয়ালৈকে বোলে ৰাইখ নাই। এদিন কিন্তু ডুককী মেমৰ সঁচাসঁচিকৈ খং উঠিল। আহুকাল হ'ল বুলি আৰু কিমান বৰদাস্ত্ কৰিব পাৰি। নহ'লেই লাগে যখ ডুককী মেমৰ হাব্বিৰ ফালৰ কোনোবা ৰিলেশ্যন।—আৰুনো কিমান জ্বলাব। কটা ল'—বুলি হেনো মাছৰ সলনি দিলে এহেঁতা ফুটা তেল ঢালি। বিকট এটা চিয়ঁৰ মাৰি যখ পলাল। ৰূপৰ নাওখন হেনো তাৰ পিছৰপৰা নোলোৱা হ'ল। পানীবোৰহে জোনাকত ৰূপৰ দৰে চিকমিকায়।

কি সাংঘাতিক বৃদ্ধা ডুককী মেম।

—আচ্ছালামু আলেইকুম য়া আহ্লাল্ কবুৰ। হে কবৰবাসীসকল, তোমালোকৰ ওপৰত শান্তি বৰ্ষণ হওক।

আতাজীৰ গম্গমীয়া মাতত চক্ খাই উঠি দেখিছিলোঁ আমি কবৰস্থান আহি পাইছোঁ। আৰু বৈ বৈ যাব খোজা খোজেৰে, ঢুক ঢুক বুকুৰে, অথচ বৰ হেপাহেৰে মই এখন বেলেগ জগতত প্ৰৱেশ কৰিছিলোঁ। এটা সক ল'ৰাই পঞ্চেন্দ্ৰিয়ৰ সীমাৰেখাৰ সিফালে হঠাৎ খোজ দি পেলাইছিল। কবৰস্থান বুলিলেই মোৰ মনত এটা ভয়-ভয় ভাৱ আছিল। সকলোৰে কিজানি থাকে। কিন্তু এতিয়া অকস্মাৎ কিবা এটা দুৰ্বোধ্য কাৰণত মোৰ মনৰ ভয় যেন নোহোৱা হৈ গ'ল। তাৰ ঠাইত এটা অভিনৱ অচিনাকি ভাৱাবেগ মোৰ চেতনাত অনুভৱ কৰিছিলোঁ। ইয়াৰ লগত মোৰ এটা নিবিড় সম্বন্ধ আছে। ইয়াতে যেন মোৰ এটা পৰিচয় লুকাই আছে। ৰবাইঁতৰ লগত অকাতৰে আঁকাই-পকাই কেতিয়াবা দেও-দি জঁপিয়াই মই

আগবাঢ়ি গৈছিলোঁ। মোৰ ভয় লগা নাছিল হা-কৈ মুখ মেলি থকা সাক্ষাত ক্ষুধাৰ দৰে মাজ-খালী কবৰবোৰ দেখিও। মক্তবত শিকা দোৱা-দৰুদ-চুৰাবোৰ পঢ়োতে মনত এটা অনাস্বাদিত-পূৰ্ব শান্তি উপলব্ধি কৰিছিলোঁ। গালে-মুখে যেন অনুভূত হৈছিল কাৰোবাৰ হাতৰ স্নেহৰ শীতল পৰশ। আশীৰ্বাদ।

আজিকালি আমাৰ কবৰস্থানত ৰাতি বিজুলীবাতি জ্বলে। চাৰিও-ফালে পকী বেৰা। চকুত লগা গে'ট। পকা কাটাৰ-কটা জানাজা ঘৰ। লা-ৱাৰিচ-মুৰ্দা ঘৰ। খাদিমৰ ঘৰো পকা। কিন্তু তেতিয়া পৰিৱেশ বেলেগ আছিল। গছ, গছ আৰু গছ। মাজে মাজে সেউজীয়া দুবৰিয়ে ঢকা শাৰী শাৰী কবৰ। এটা বেলেগ দৃশ্য। এই গছবোৰৰ বেছিভাগেই আছিল আমলখি, শিলিখা, বগৰী, জলফাইৰ গছ। আজিকালি এইবোৰ গছ নোহোৱাই হ'ল। মনত পৰে সৰুতে আমাৰ ঘৰৰ বনকৰা মানুহ চবুৰ কাইটিয়ে বস্তা ভৰ্তি বগৰী আনিছিল। জলফাই আনিছিল। মায়ে বগৰী গুড়ি ঢেঁকীত খুন্দি উলিয়াইছিল! জলফাইৰ আচাৰ বছৰ ঘূৰাকে খাইছিলোঁ। পোৰা জলফাই আৰু গুৰৰ সনাৰ জোৰ বজাৰৰ মাৰ্মালেডে নেপায়। আকৌ জলফাই-বগৰী গছৰ মাজে মাজে আছিল আদম বাবাৰ দিনৰ একো একোজোপা চতিয়ণ-শিমলুৰ গছ। তাত অনবৰত পৰি থাকে জাক শগুন, বৰ-টোকোলা। আচমান-চোৱা সেই গছৰপৰাই সিহঁতে দুৰ-দুৰণি দেখে। যেতিয়া ফুলে আমাৰ গাঁৱৰ আকাশ বগা হৈ কমোৱা তুলা উৰে। খেদি খেদি আমি ধৰোঁ। সেয়া এটা বেলেগ পৰিৱেশ আছিল। এতিয়া সেইবোৰ নাই। পৰিষ্কাৰ। মুকলি। কিন্তু ভাৱ হয় গছ-গছনিৰ লগতে আৰু যেন কিবা নোহোৱা হ'ল। কিবা এটা। যিটোৰ অভাৱে আমাক লৈ গৈছে ৰহস্য-ধুসৰতাৰ ৰসৰপৰা কঢ় বাস্তৱৰ নিৰসলৈ। যাৰ ফলত নতুন মানুহৰ বাবে কবৰস্থানত একো নাই। মৰা, লাচ, পেলাই দিয়া এটুকুৰা জেগা মাথোন। যাৰ অন্য একো তাৎপৰ্য্য নাই।

জিয়াৰতৰপৰা ঘূৰি আহোঁতে ববা আৰু মই লাহে লাহে আহিছিলোঁ। আতাজিহঁত আগবাঢ়িছিল। ববাই এটা এটাকৈ বহুত কবৰ মোক

দেখুৱাইছিল। মই এবাৰলৈকো নেদেখা বহুতো মানুহৰ বহুত কথা কৈছিল। আৰু মোৰ সৰু মনটোৱে মই বুজিছিলোঁ একো একোজন মানুহৰ জীৱন কবৰস্থানত শেষেই মাথোন নহয়—জীৱনৰ ইতিহাস কবৰস্থানৰপৰা আৰম্ভও হয়। সকলো নেদেখা সূতাৰে বন্ধা।

ডাক্তৰ মোমাইটিৰ বিয়াৰ তোড়জোৰ আচলতে জোৰোণৰো দুমাহমানৰ আগৰপৰাই আৰম্ভ হৈ গৈছিল। মাই আৰু ববা প্ৰায় সদায়েই আতাজিহঁতৰ ঘৰলৈ গৈছিল। সৰু ল'ৰা হিচাপে ময়ো প্ৰায়ে লগত যাবলৈ পাইছিলোঁ। মানুহে এতিয়াও মোৰ এটা খোচনামেই হুওক বদনামেই হুওক কৰি কয় মই হেনো বৰ বেড্-কন্ভাৰ্চেচনেলিষ্ট। কথাৰ মূৰত খাজে খোপে খোৱা কথা কৈ আচৰ-জমোৱা দূৰৰ কথা, ক'ব লগাটোও কেতিয়াবা কোৱাই নহয়। থাকিয়ে যায়। আচৰ সেৰেকা হয়। মায়েতো থকা দিন কেইটা মোক নিবোকাটো বুলি বকিয়ে গ'ল। কিন্তু তেওঁলোকেই আকৌ কয় মই হেনো বৰ ভাল লিচ্নাৰ। মোৰ আগত কথা ক'বলৈ কোনেও ওচ্ নকৰে। নোকোৱা জনেও কয়। নোকোৱা কথাও কয়।

জুপুকা মাৰি চুপচাপ বহি থাকি মাই-ববা আই-আতাজি আৰু অইন অইন বুজৰুগ্ মূৰব্বীসকলৰ সকলো আলোচনা-বিলোচনা শুনি গৈছিলোঁ। জানিবলৈ হাউচ আছিলেই। চব কথা চব শব্দ গিলি গৈছিলোঁ। আমাৰ দুজনী মাহীটি তেতিয়া ভৰ-যোৱান। কাণ সমনীয়া। কথাই-বতৰাই উফৰি ফুৰা। সিহঁত কিন্তু কোঠাত সোমোৱা দূৰৰ কথা পৰ্দাৰ সিফালে থকা হোৱাৰ উমান পালেই ছেই ছেই। এখন কথা দুখন হৈ পিছদিনাই দহকাণ হয় বুলি আই-আতাজিয়ে সিহঁতক তন্তিবলৈকে নিদিয়ে। আৰু মোকেই সিহঁতে পিছত জপটিয়াই জপটিয়াই পেঘেনিয়াই পেঘেনিয়াই সোধে। কিন্তু ভেদ ভোঁহবাত মই হ'লো পহিলা নম্বৰী হাঁড়-কিৰ্পিন। কথা পেটত সোমাইহে, নোলায়। ভাবিলে মোৰ নিজৰে অবাক লাগে, কিমান গুপুত কথা মোৰ এই সৰু মনটোত সোমাই আছে। মোৰ এই এটা স্বভাৱৰ বাবেই কত বন্ধু-বান্ধৱে কত আপোনজনে আপোন মনৰ কথা

দুখৰ কথা উজাৰকৈ কৈ মন তাপৰাইছে। অকপটে। নির্ভয়ে। আৰু ময়ো জ্ঞান-বিশ্বাসত কাকো চৌঠেভীয়াত পেলোৱা নাই।

আতাজিয়েই সাধাৰণতে লিষ্টি উলিয়াইছিল। ওচৰৰ দূৰৰ নানান সম্ভাব্য সম্বন্ধ বিবেচনাৰ বাবে আগবঢ়োৱা হৈছিল। আতাজিয়ে মানুহ চিনিও পাইছিল খুউব। বেছিভাগৰে গুৰিয়ে-গোষ্ঠীয়ে জানিছিল। কিমানযে বংশৰ নাম শুনিছিলোঁ। এতিয়া সেইবোৰ একোটা হেৰাই যোৱা ইতিহাস।

—সেইযে বণিয়াবাৰীৰ? কুদ্ৰত? ছোৱালী এজনী আছে। মানুহ ঘৰ বেয়া নহয়, কি কোৱা? উঠন।

আৰু আয়ে সাধাৰণতে আয়ব উলিয়াইছিল।

—কোন কুদ্দুৰত? হেৰিয়াৰ অউ, কিবা কয়, আমাৰ সেই দেহী-মাইৰ জেশাহুৰ বৰটো জোঁৱায়েক কুদ্দুৰতহে বণিয়াবাৰীত থাকে। দেখিছোঁ অ' সেই হেলিম বৰাব জীয়েকৰ ঘৰৰ বিয়াত। নাকটো হেৰিয়াৰ অউ, কিবা কয়, খুন্দনা মাৰিডাল চালে চাবই নেলাগে। আগ-টোপোলা। ধুনে-পেচেও পখিলা।

আন এজনে হয়তো কয়,—অমুকৰ জীয়েক কেনে হয়?

আইৰ হাজিৰ জৱাব—ভৰি খৰম-যুৰীয়া।

—তমুকৰ নাতিজনী একা?

—এ নেলাগে আইহে। তেনেজনী বোৱাৰী। ছুচেনী পঢ়িলে কি হ'ল? মাত মাতিলে হেৰিয়াৰ অউ, কিবা কয়, নামঘৰৰ ভোৰ-তাল তাপ মাৰে। চুলি সাপ-নেজীয়া। আকৌ ৰংটো বগা হ'লে কি হ'ল। বগাৰ জানো জাত নাই। এই জাত নিতেজ।

আৰু চবুৰ কৰিব নোৱাৰা হৈ আতাজিৰ আটাইৰে আগতে আইক দুর্জয় ভেকাহি। এনেকৈ দুয়োৰে দাঁতে ওঁঠে নলগা সংসাৰ। দাম্পত্য।

—এহ। তুমিনো হোৱাই-নোহোৱাই কিথন কেপ্‌ কেপাই থাকা হোঁ। নাকটো খৰা। বদ্‌গিলা। বোলো চাইছা আৰ্চীত নিজৰটো?

—এহ। কি বুলিলা? খৰম-যুৰীয়া! হয় হে হয়। তোমাৰ নিচিনা

হ'ব লাগে হ'বলা, পাতি-হাঁহৰ নিচিনা থেপ্‌ থেপ্‌!

—এহ। এইবাৰ হ'বলা মাত্তত ধৰিলাগৈ। নিজৰটিহে এনে একেবাৰে গগণাসুৰীয়া। তুমি দেখিছোঁ এনেকৈ হ'লে ছোৱালী বিচাৰি বিলাত-বিভূঁইলৈ যাব লাগিব।

আৰু আইৰ কি যে মিঠা অভিমান। ওফোন। ঠেহ্‌।

—তেও আমাক কিবা হেৰিয়াৰ অউ, কিবা কয়, শাহু-শহুৰে পাভ-পিটিকা দি চাই-চিতি পচন্দ কৰিহে আনিছিল। চৰিত্ৰৰ বৰখিলাপ্‌ কৰি বিয়াৰ আগতে কোনোবাইহে আমাৰ পত্নুলিৰে থিতাতে পাকটোহত মাৰিছিল। হেৰিয়াৰ অউ, কিবা কয়, কোনোবাই নানিলেও পাৰিলেহেঁতেন ধোন!

সকলোৰে টিপা-হাঁহি। ৰুৱা-মাৰলি চোৱা চুই।

আইৰ খং উঠিলে ঠেহ লাগিলে আতাজি মেহেঙা-মেহেঙি কৰি সেই ফালেই তাপ মাৰে। পুলুক-পালাককৈ ইফালে-সিফালে চায়। আকৌ আই শান্ত হ'লেই ওপৰ-হাত ল'বলৈ মচলুম দেৰী নকৰে।

মই খুব স্ফূৰ্তি পাইছিলোঁ। আমাৰে লগসমনীয়া যেন লাগিছিল। ইফালে থুকুকৈ হাঁহি এটা মাৰিবলৈকো ভয়—শিয়াল খেদা খাওঁ বুলি। হাঁহি হেচি ৰাখিলেও যে পেট বিষাই যায় তেতিয়াহে জানিছো। আটাইতকৈ ভাল লাগিছিল দুয়োৰে কথা কোৱাৰ ভাব-ভঙ্গি ধৰণ-কৰণবোৰ। আঁৰ-বেৰ নাই। ভাঁজ নাই। নিজে নিজে ওলোৱা। আজিকালিহে মানুহৰ কথা কোৱাৰ কত কায়দা-কিটিপ্‌। ধৰণ। ভাঁজ। ধজ। মনটো প্ৰকাশ নেপায়। অথচ মন প্ৰকাশৰ বাবেই জানো কথা নহয়।···আই-আতাজি দুয়োৰে তেতিয়া আধা আধামান দাঁত সৰিছে। অথচ তামোলৰ চাট কমা নাই। সেলেঙী বোৱা। চাবলৈ এটা দৃশ্য হয়।

প্ৰায়েই অইন দুই-চাৰিজন আপোন মানুহো গোট খায়। এনেও গাঁৱততো চৰেই চৰৰ আপোন। প্ৰত্যেকৰে ঘৰত দিনটোত খা-খবৰ লোৱা মানুহ দুই-চাৰি যোৱা থাকেই। তাতে পাৰস্পৰিক সংযোগ, সহযোগ, সহানুভূতি এইবোৰ ইছলামী সংস্কৃতিৰে বিশেষত্ব বিশেষ।

ডাক্তৰ মোমাইটিয়ে চৰকাৰী চাকৰি কৰা নাছিল। আৰম্ভৰেপৰা স্বাধীন ব্যৱসায়। লেকাম না-পচন্দ। কাম আৰম্ভ কৰা তেতিয়া দহ মাহো হোৱা নাই। নিজাকৈ ডাক্তৰী সা-সৰঞ্জাম ছুপদ এপদকৈ গোটাইছে। ঘৰখনলৈ, নিজলৈ চাবলৈ আৰম্ভ কৰাই নাই। হওঁতে গাড়ীয়ে বাৰীয়ে দপনি পিটি জীৱনটোত দুসাজ খাই লওঁ বুলি মোমাইটি ডাক্তৰ হোৱাই নাছিল। অথচ ইয়াৰ ভিতৰতে আপোন দৰ্‌হম-মৰ্‌হম সকলো উঠি-পৰি লাগিছিল মোমাইটিৰ বিয়াখন লৈ। ঘৰখন সোনকালে পাতিব লাগে। নহ'লে যেন চৌথা-আচমান খহি পৰাৰ নিচিনা কাণ্ড এটা এই হয়েই আৰু!—বোলো হয়নে! ল'ৰা চিয়ানা হ'ল। কেমায়ো কৰিছে। সাতে-সোতৰে নেক কাম ফেৰাত গাফিলতি কৰিব নেপায় হ'বলা। বছুলৰ চুন্নত।—গুলাওঁতে সোমাওঁতে আই-আতাজিৰ কাণ ঘোলা। আটাজি যেন-তেন, আই তাতে এনেও বুঢ়ী নাচনী। তাতে এইবোৰ খিচলনীয়ে গাত তৎ নোহোৱা কৰিছিল।

এদিন আমাৰ ববাই থেৰো-গেৰোকৈ, যথাসম্ভৱ মোলায়েমকৈ কথা এষাৰ কৈ চাইছিল। জোঁৱায়তি মানুহ। বৰকৈ শাহু-শহুৰ আদিৰ চকুলৈ চাই কথা কোৱাও বে-আদবী। যিমান জনা-বুজা মানুহেই নহওক লাগিলে মুসুধিলে-নিবিচাৰিলে ডাঙৰৰ আগত কথা ক'বলৈ, উপযাচি শলা-পৰামৰ্শ দিবলৈ বৰাইঁতক সংস্কাৰে শিকোৱা নাই।

—ময়ো এষাৰ কওঁ বুলিছিলোঁ। আপোনালোকে বা আকৌ কি ভাৱে। ল'ৰাটোকে এবাৰমান টুকুৰিয়াই চালে কেনেকুৱা হয়। ৰ'দ-ঘাই ল'ৰা। চেঁচুকীয়া নহয়। দহ ঠাই ফুৰিছে। দেখিছে। শুনিছে। চাইছেও বা। কেনিবা মন-চন আছেই বা। আটায়ে জানেই, কথাতে কয় বোলে, মাচুকা মন লেহুকা। পিচত আকৌ···

সকলোৱে হায়-হায় তৌবা-তৌবা কৰি উঠিছিল।

আমাৰ গাঁৱৰ আগৰ চাম মানুহৰ ভিতৰত আটাইতকৈ পৰহেজ্‌গাৰ বুলি বিবেচিত মাইহঁতৰ ডাঙৰ মোমায়েক আমাৰ ছিদ্দিক আতাজিয়ে বৈ-পৰা মেহ্‌দী বুলীয়া মোবাৰক-ডাঢ়িত হাত বুলাই

বুলাই মছেহ কৰি কৈছিল—লা হৌলা ৱলা কুৱত। সেই ধাৰত কথা নক'বাই জেঁৱাই। একেবাৰে পানী হেন ল'ৰা। একেবাৰে হীৰা। হ'ব নোৱাৰে। ডাক্তৰে সেইবোৰ·· নাই। টেকেলীত পানী থাকিলে বিৰিঙেই। আৰু আমি মুৰুব্বীৰ কথাত জানটো গ'লেও বইচ-বাইচ নকৰে। তালৈকে ইমান পঢ়িলে নে। শিকিলেনে। চকুক সোধাৰ ন-বাহানা মুলিয়াবা জেঁৱাই।

ঘপকৈ মোৰ মনত খেলাইছিল বেৰী হোৱাইট্‌ মেডিকেল নে কি সেইখনত আমাৰ মক্তবৰ নিচিনাকৈ আদব-কায়দাৰো তালিম দিয়ে ছাগৈ।

আৰু ডাক্তৰ মোমাইটিয়েও সঁচাকৈয়ে কোনো বইচ-বাইচ কৰা নাছিল। আনকি নিকাহৰ সময়ত উকীলৰ প্ৰশ্নত প্ৰথম বাৰতে আতাজিব ইচাৰা পাই কাবিল্‌তু বুলি কৈ পেলাইছিল। লগৰবোৰে পিছত জোকাইছিল তৎ নোহোৱা বুলি।

আমাৰ মামীটিয়ে কোনো স্কুল পাঠশালা দেখা নাছিল। গাঁৱৰ সীমাৰ বাহিৰত কাহানিও খোজ দিয়া নাছিল। আজান শুনিলে, দৃষ্টিৰ সীমাৰ বাহিৰতো পুৰুষ-কণ্ঠ শুনিলে নিজে নিজেই আঁচল মূৰলৈ উঠি গৈছিল। অনেক, অনেক কথাই হয়তো নেজানিছিল আমাৰ মামীটিয়ে। কিন্তু মামীটিয়ে কি জানিছিল আৰু যি জানিছিল সেয়া এক অনুপম কাহিনীৰ বস্তু। দুৰ্বাৰভাৱে জীৱন কটোৱা ডাক্তৰ মোমাইটিয়ে বৈবাহিক জীৱনৰ পঁচিশ বছৰৰ অন্তত নিজৰে চিকিৎসাত থাকোঁতেই মামীটি ঢুকাওতে এবাৰো কন্দা নাছিল। সহজভাৱেই নিজৰ কামবোৰ কৰি গৈছিল। কিন্তু পিচত একান্ত মুহূৰ্তত মোৰ আগত কৰা অন্তৰঙ্গ স্বগতোক্তিৰ দৰে ছিগা-ছিগা কিছুমান কথা মোৰ আজিও চেৰেং চেৰেঙকৈ মনত পৰে।

—কেতিয়াবা কেতিয়াবা ডাক্তৰ হোৱা কাৰণে বৰ আপচোচ হয় অ' প্ৰফেচৰ। কিমান কম্‌জোৰ এটা এটা ডাক্তৰ তই বুবুজিবি। সকলো জানিও সকলো কৰিও একো কৰিব নোৱাৰি। চোঁ-মাৰি আছিলে নিবই।···প্ৰফেচৰ, আয়াতুল কুৰ্‌চী পঢ়িছ। কি এটা বিৰাট

অসীম জ্ঞানৰ কি এটা অকণমান অংশ আল্লাহে মানুহক দিয়ে— তাকো যেতিয়া মৰ্জি হয় তেতিয়াহে। কিযে পুতৌ লগা অৱস্থা একোটা ডাক্তৰৰ যাৰ কাৰবাৰ পোনে পোনে জীৱন আৰু মৰণৰ লগত।···বুইছ প্ৰফেচৰ। এই মানুহজনী মৰি থাকিল। ইন্না লিল্লাহি ৱ ইন্না ইলায়হি ৰাজিউন। কিন্তু এই মানুহজনীক বচাবৰ বাবে মই মোৰ সমস্ত জ্ঞান আৰু ক্ষমতা প্ৰয়োগ কৰিছিলোঁ। ইয়াতকৈ ধেৰ টান ৰোগ ধেৰ আচানীৰে মই ভাল কৰিছো। অথচ মানুহজনী মৰি থাকিল। মোৰ বাবে কি থাকিল অ'। চব লগত গ'ল। জীৱন নামৰ এটা মস্ত শূণ্য।

···আৰু শেষত আলোচনা-বিলোচনা-সমালোচনা পৰ্য্যালোচনা সকলো ঘূৰি ঘূৰি আহি প্ৰায়ে এটা বিশেষ বিন্দুত বৈ বৈ গৈছিল। বিন্দুটো আন ক'তো চকুৰে নমনা দূৰত নহয়। আমাৰে গাঁৱত। আমাৰে আপোন দদাইটিৰ ঘৰত। আৰম্ভণিৰেপৰা হওঁতে দদাইটিৰ নামটো মাজে মাজেই ওলাইছিল। কোনেও সোঁৱেও একো নকয়, বাঁৱেও একো নকয়। লাহেকৈ প্ৰসঙ্গ পিছলি গৈ কোনোবা ধুবুৰী পায়গৈ। ঘৰ্‌কা মূৰ্গী ডাল বৰাবৰ। মুলতুবী থাককচোন বাৰু এতিয়া। এনে এটা ভাব।

আতাজিহঁত ভঁৰালে-ভেঁটিয়ে পুৰণি চহকী ৰহ্‌ ৰহিয়া মানুহ। সেইফালৰপৰা জোৰৰ ফেৰৰ কথা নাহে। আমাৰ ককুনত দদাইটি তেনে একো চহকী মানুহ নহয়। ক'বলৈ গ'লে নেহায়ত দুখীয়াই বুলিব লাগিব। অৱশ্যে কেঁচা ইকৰাৰ বেৰৰ ঘৰত বছৰেকৰ ঈদত এবাৰ চূণ অকণ মাৰিব নোৱাৰা বিধৰ নহয়। দদাইটিয়ে খেতি-বাতি কৰে। নিজেই পথাৰত নামে। হাল-কোৰ বায়। খেতিৰ ভৰপকৰ দিন কেইটাত মৈমনচিঙিয়া তিৰপুৰিয়া হালোৱাও ৰাখে। বাৰীৰ ফচলো ইটো-সিটো সকলো বতৰত বেচে। মোলাই বেচে। হাটকৰা-বেহেকৰাই ঘৰৰপৰাই থপিয়াই লৈ যায়হি। আমাৰ দদাইটি ইমানেই কৰ্মী মানুহ আছিল যে ক'তো, কেতিয়াও, কিবা কাৰণত, কাৰোবাৰ ওচৰত, কুটা এগছৰ বাবেও হাত পাতিছে বুলি সাক্ষ

শতকৰেও ক'ব নোৱাৰে। আৰু হলপ্ কৰি ক'ব পাৰি দদাইটি সদায় ইমানত থকা মানুহ। হক-হালাল নেকি-বদী বাচি বিচাৰি খোৱা মানুহ। ধৰ্মৰ নামত দদাইটিয়ে দেখাত কৰোতে ৱক্তিয়া নামাজখিনি নিষ্ঠাৰে পঢ়ে। ৰমজানৰ ৰোজাকেইটা ৰাখে। ফিট্‌ৰাৰ পয়চাকেইটা হিচাপ কৰি আদায় দিয়ে। জাকাতৰ আওতাত দদাইটি নপৰেই। তথাপি দান-খয়ৰাত পৰাখিনি পক্ষত নকৰাকৈ নেথাকে।

কিন্তু কোনো ধৰণৰ দিখাৱতী কাৰবাৰ দদাইটিৰ মাজত নাছিল। হয় আৰু নাৰ মাজৰ একোকে দদাইটিয়ে নেজানিছিল। পঢ়া-শুনাও নাছিল। কিন্তু চৰিয়ত মোতাবিক চলাত অত্যন্ত তৎপৰ আছিল। যত্ন কৰোতে কৰোতে অনেক হাদিচ তেওঁ জানি গৈছিল। দৈনন্দিন জীৱনত ক'ৰবাত সামান্যতম খট্‌কা লাগিলেই সাউত কৰে ইমাম চাহেবৰ ওচৰ পাইছিলগৈ। এনেকুৱা এনেকুৱা ক্ষেত্ৰত খোদা ৰছুলৰ নিৰ্দেশ কি খৰচি মাৰি জানি লৈছিল। আৰু এজন নৈষ্ঠিক মুছলমানৰ বাবে খোদা-ৰছুলৰ পৰিষ্কাৰ নিৰ্দেশ নথকা প্ৰসঙ্গ জীৱনত নায়েইতো। ডাঙৰ গধুৰ কথা বাদেই। হাঁচি এটা কাঁহ এটা কেনেকৈ মাৰিব লাগে, চোলা এটা কেনেকৈ পিন্ধিব খুলিব লাগে, বজাৰখন কেনেকৈ কৰিব লাগে, সেই পৰ্যন্ত শিকাই থৈ গৈছে ইছলামী নীতি শাস্ত্ৰত। ইছলাম আচলতে এটা পৰিপূৰ্ণ জীৱন পদ্ধতিহে। আৰু সম্ভৱতঃ ইয়াৰ বুনিয়াদ বিজ্ঞান আৰু প্ৰগতিবাদৰ বিবেচনাৰে নিৰ্মিত।

এনেই কিন্তু আমাৰ দদাইটি বৰ আমোদী খোচ-মিজাজ মানুহ আছিল। গোটেই মুখখন যেন হাঁহিত জুবুৰিয়াই অনাহে। চক্‌চকীয়া। আমালৈ মৰমৰো জোখ-মাখ নাছিল। বাৰীৰ আম জামু আমলখী শিলিখা পনিয়ল লেতেকু আহি থাকে। আহিয়েই থাকে। আৰু থেৰেজু। আৰু মিৰিকা টেঙা। আজিকালিৰ ল'ৰা-লুৰিয়ে চিনি নেপায়। বনপিঠা, বঁহত, টেপৰ, কেটকুৰা, জেটুলিপকা, গৰখীয়া-কিচমিচ। নাই, আজি সেইবোৰ আমাৰ মনত নাই। দদাইটিয়ে খুৱাইছিল। কত ফল, কত সোৱাদ। মায়ে সদায় সঁকিয়াইছিল— বতৰৰ বস্তু এফেৰামান হ'লেও খাবি। আৰু মাইৰ নিজৰ হাতৰ বাৰে-

মিহলি শাকৰ ভজাখন। মানিমুনি, মাটিকাঁদুৰী, বৰটেঙেচীৰ জোলকণ। গ'ল সেইবোৰ। যক সেইবোৰ কথা। কি লাভ ক্ৰায়ুমৰ জংঘলত হেৰাই যোৱা ফুটু কলাইৰ গছ চেঁচুৰৰ আলু বিচাৰি।

পিচে আটাইতকৈ মজাৰ আছিল আমাৰ দদাইটিৰ কিচ্চা। আমাৰ ঘৰলৈ আহিলেই আমি আগুচি আগুচি ধৰো কিচ্চা ক'বলৈ। ভেকাহিও খাও। দদাইটিৰ ভেকাহি এবিধ হাঁহিয়েই।

দদাইটিয়ে বেজবৰুৱাৰ কটিয়া মোমাইৰ কথা নিশ্চয় নেজানিছিল। কিন্তু কামখিনি প্ৰায় একেই কৰিছিল। পকা চুলি উঘলাইছিল। আঙুলি ফুটুৱাইছিল। ক'ম দে, কৈছোঁ দে বুলি কুহুলিয়াই কুহুলিয়াই দুখনমান তামোল পকতিয়াইছিল। কাৰণো আমি বেচ জানিছিলোঁ। মাইৰ হাতৰ কাশ্মীৰি চাহ। ইতিমধ্যে মাইৰ চাহ আহি গৈছিল। তাৰ পিছতে চুক হৈছিল দদাইটিৰ কিচ্চা। মাইৰ চাহলৈ দদাইটিৰ ভীষণ লোভ। ক'ম সেই কথা।

—অঁ। কি শুনিবি? কিচ্চা। কিচ্চা মানে কি জান? মিচ্ছা। নাওমান নিগনি এটাই পৰ্বত এটা মান হাতী এটা—কি এটা? অঁ, হাতী এটা হুৰাই নি আছে, নি আছে, নি আছে, নি আছে, নি আছে, নি, নি, নি, নি, কোনখিনি পালেগৈ জান? আমি যে সেই, আমি যে সেই, সেই, হেৰি যে কৰো……

—ই, দদাইটি কিহত লাগিলা তুমি! কোৱানা সচাঁসঁচি কিচ্চা।

—আৰে। কিচ্চা বুলিলেইতো কহনেৱালাই নিজ ইচ্ছামতে ক'ব। আৰু চুননেৱালাই ইচ্ছামতে নিজ নিজ হিচ্চা লৈ ল'ব। আচ্চা, শুন তেন্তে সঁচা কিচ্চা।

—উৰ্বি গ'ল শগুনী
পৰ্বি গ'ল পাখ্খী
হাতিম তাইৰ কিচ্চা
মিচ্ছামাছ সাক্ষী…· এদিন বুইছ। মই গৈ আছোঁ। একদম চিনা ফুলাই। তইঁতৰ এই পত্থলিটো পাৰ হৈ গ'লোঁ। কেতিয়া জান? পুৰা জোৱান তেতিয়া মই। মোৰ এই

শৰীৰ একদম ফৌলাদী। লোহাৰ কড়াই চোবাই খাব পাৰোঁ। ধক্কা মাৰি নাৰিকল গুৰা কৰিব পাৰো। বিৰিয়া পোন হৈ যোৱা ছঠৰীয়া ডাঙৰীৰ ভাৰখন পাখি এখিলি হেন পাওঁ। গৈ আছোঁ তইঁতৰ সেই ডেম্ কিয়াৰত।

—সেই ঘিলাজোপা। কেলৈ দেখা নাই? সেই যে তইঁতৰ সেই কেলাব্ ঘৰটোৰ মুধতে—অ' হয়, এতিয়া নাই হ'বলা। অঁ, নাই নাই! এ থাকিলেনো তইঁতে ক'ত চিনিখন পাবি। বলগুটিহে চিনি পাব। আমি কত ঘিলা খেলিলোঁ। তেতিয়া সেইখন জয়াল গেজেপনি হাবি। বেজি এটা সুমুৱাব নোৱাৰ। তাতে কিবাকিবি কৰি বহি আছে। ঠিক ঘিলাজোপাৰ তলত। মৰ আঁউসী। মাজ ৰাতি। এন্ধাৰ ডাঠ। বতাহ অকণমান ইফালৰপৰা সিফাললৈ যাব নাই পৰা। শিলগুটি এটা এৰি দিলে ফটক্কে তললৈ পৰি নেযায়। কমোৱা তুলাৰ লেখিয়াকেহে নামে। আজিকালি সিমান ডাঠ এন্ধাৰেই নোহোৱা হ'ল। লেম্ চাকি এইবোৰ বেছি হ'ল। দচ্ লাইট। চৈধ্য লাইট। নাহৰ গুটি এড়ী গুটি ক'ত জ্বলায় মানুহে। এন্ধাৰে খোপনি নেপায় অ'। অঁ, কি কৈছিলোঁ? অকটা এন্ধাৰ। পিছে ঠাইখন ৰৌচন্ হৈ আছে। ঘিলা তলখন। ওঁ। তাতে বহি আছে। দীপ্‌লিপ। চাই-থাক চাই থাক। কি চুৰত। কি চেহেৰা! ছোৱালী অ'। ষোল বছৰীয়াজনী মান হ'ব। মইতো দেখিয়েই বুজি গৈছো। বস্ত্ৰ বেয়া। খব্বিচ। চিনা টান কৰি মাত দিলোঁ। এই অও। কোন হায়। কিয়া কৰতা হায়। সিফালেও মোক দেখিয়ে বুজি গৈছে নহয়, মানুহ এলাপেচা নহয়, দাইল। মিহিকৈ নচলিব। আহিল খিতাতে এই জাই বাঘ এটা হৈ খেদা মাৰি। মই তলকি চালো। চাচা, আপ্‌না জান বাচা, মাৰিলোঁ দৌৰ। জানোৱেই নহয়—মোক খেদা মাৰি ধৰিবলৈ বাঘৰ কি তায়েন আছে! হাৱাৰ আগত যাওঁ। সিও বুজিলে। তৎক্ষণাত আদম-চুৰত লৈ পঠিয়ালে মাৰি জুইৰ এপাত খাঠি। বুকুৰ সমান জোখত। ময়ো জানো কম। দিল্লো হনুমন্ত জঁাপ। তিনিহাত উৰ্চা। বচ্। ফচ্ কৰে তুই ঠেঙৰ মাজেৰে

বোঁ-বোঁৱাই গৈ সিক্কালে কঠাল জোপাত-খচ্। এহাত সোমাই গ'ল। তাৰ পিছত · ···

—দদা —ইটি!

—হোঁহ! কি হ'ল অ'? মাজত ভাঙ' কেলৈ?

—পিচ পিনৰ পৰা মাৰিলে?

—ওঁ। ওঁ তো!

—তুমি দেখিলা কেনেকৈ?

—আৰে। জুইৰ বৰ্শা। তামাম পোহৰ। তাতে বোঁ বোঁ। আৱাজতে বুজা যায় কিমান উচাত আহিছে।

জানো। আৰু বেছি ছৱাল-জৱাব চলিলেই কিচ্চা খতম হ'ব। দদাইটিয়ে নিয়ম মাফিক—আৰু মোৰ কাপোৰ কাণি ক'লা হ'ল, মই ঘৰলৈ গুছি আহিলো বুলি সোনকালেই কৈ পেলাব। নচেৎ মাইৰ হাতৰ আৰু দুই এক পৰ্ব চাহ নহা পৰ্য্যন্ত কিচ্চা ওলায়ে থাকিব। মাইৰ হাতৰ ৰন্ধালৈ দদাইটিৰ ভীষণ লোভ। মায়েও নিৰাশ নকৰে।

খেলা বুলিলে দদাইটি ৰবই নোৱাৰে। কৰবাত যুগীৱালাই থুম্ৰী খেলিব। দদাইটি তিতাদহে হাজিৰ। কেছাৰীৰ আগত কুৰকুৰী বাজী চলিছে। দদাইটিৰ দহোবন কাটি। বল খেলা হ'লে ৰাইখ নাই। ত্ৰিশ মাইল দূৰত মিছাজান ক্লাবত চাহেবৰ পলো খেলা। ববাৰ চাইকেলখন খুজি মচি-কাচি তেলতুল দি দদাইটি ফুটষ্টেপত ভৰি দি দুপিয়াই দুপিয়াই উঠিলেই ৰাতিপুৱাই। এন্ধাৰে এন্ধাৰেহে সোমাবহি। তাতে ববাৰ চাইকেলত তেতিয়াৰ কাৰবাইড লাইট। গতিকে নিৰ্ভয়। মায়ে নাষ্টাৰ টোপোলা বান্ধি দিয়ে। ঘূৰি আহি খেলাৰ কথা কোৱাৰ আগতে দদাইটিয়ে ক'বই মাৰ্হাবা। মাৰ্হাবা। বৌটিয়ে কিযে যাদু জানে। বাহ ৰে বা। কি মজ্জাদাৰ খানা। ইট্রিকে খাবা। নে সিট্রিকে খাবা।

সেই ককুনত দদাইটিৰ জীয়েক নাজিমা। মাইহঁতে ফিন্ নাজিমা বুলি জোকায়। সৰুতে নাজিমা বাইটিক চিলটিয়া মৌলবী চাহেবে নামাজ-তুলাজ, কোৰান-তিলাৱত, আদব-কায়দা, হাৰাম-হালাল,

চুন্নত-মোস্তাহাব, ইত্যাদি শিকাইছিল। নামাজ পঢ়োতে ৰাকাতে প্ৰতি ছুৰাৰকৈ চিজ্‌দা দিয়া হয়। প্ৰতি বাৰত যাওঁতে-আহোঁতে আল্লাহু-আকবৰ ক'ব লাগে। বাইটিয়ে যাওঁতে জানিবা ক'লে, আহোঁতে ক'বলৈ থাকি যায়। জোনাবে সোঁৱৰাই দিয়ে ফিন্ আল্লাহু-আকবৰ। বাইটিয়েও হেলাৰঙে কৈ পেলায়—ফিন্ আল্লাহু আকবৰ। জোনাবে গোৰ্‌গোৰাই উঠে - ফিন্‌টা কইয়াছ কেন্? চিৰিফ্ আল্লাহু আকবৰ। উক্‌মুকনিত বাইটিয়েও কৈ পেলায়—চিৰিফ্ আল্লাহু-আকবৰ। বাইটিয়ে ফিন্ মানেও একো নুবুজে, চিৰিফ্ মানেও একো নুবুজে

নাজিমা বাইটিৰ ৰূপ আছিল মাইহঁতৰ কথাত বিহিস্তৰ হুৰ্-পৰীৰ নিচিনা। জাৰীত যে গায়—'আচমানৰ তৰা আহি কোলাত বহিলে'। অনিন্দ্য। স্নিগ্ধ। স্বভাৱ-কোমল। তুষাৰ কথা দুটি পলৰীয়া হাঁহিৰে সকলোকে আপোন কৰি ল'ব পৰা। সকৰে পৰাই বাইটি গভীৰভাৱে ধৰ্ম-ভাৱাপন্না। আৰু ইয়েই বাইটিক এটি মধুৰ গাম্ভীৰ্য দান কৰিছিল। যিটো নিচেই সৰুৰে পৰাই তেওঁৰ ব্যক্তিত্বত অনুভৱ কৰা গৈছিল। আৰু নাজিমা বাইটি আছিল যি কোনো কামত কোনেও পেলাব নোৱাৰা বিধৰ। কাম কৰিব পৰা মানুহ অনেকেই থাকে। কামক শিল্প কৰি তুলিব পৰা মানুহ বৰ বেছি পিছে নেথাকে। নাজিমা বাইটিয়ে যিহতেই হাত নিদিয়ক সিয়েই জিলিকি উঠিছিল। আটাইতকৈ মন কৰিব লগীয়া আছিল নাজিমা বাইটিৰ কথা। কথা এনেকৈ কমেই কৈছিল। কিন্তু যেতিয়া হিচাপৰ কথা কেইটা কৈছিল সেই কথা আওকাণ কৰিব পৰা মানুহ নাছিল বুলিলেই হয়। সহজাত জ্ঞানেই বোধহয় শ্ৰেষ্ঠ জ্ঞান। সেই জ্ঞান নাজিমা বাইটিৰ আছিল। ঘৰৰ বাহিৰলৈ নোলোৱা, বোৰ্খা নিপিন্ধিলেও প্ৰকৃতাৰ্থত পৰ্দা-প্ৰথাক শ্ৰদ্ধাৰে মানি চলা, বাইটিয়ে ইয়াৰ বলতে অনবৰত বাহিৰৰ মানুহ ডাক্তৰ মোমাইটিৰ মৰমেই নহয় শ্ৰদ্ধাও আদায় কৰি ল'ব পাৰিছিল। দপ্‌দপাই জীৱন কটোৱা মোমাইটিয়ে সাংসাৰিক কোনো কথাত নিজা ৰবীয়াকৈ একপক্ষীয়ভাৱে কথা নকৈছিল। সিদ্ধান্ত লোৱা দূৰৰ কথা।

সেই বাইটি মামীটি হ'ব। মোমাইটি ভিন্টিও হ'ব।

আমি কিন্তু বেচ আছকালত পাৰিছিলোঁ।

দদাইটিয়ে দহদিন মানৰ আগতে আহি কৈছিল -

—বৌটি বহা। ককাইটি আহ, বহ। ল'ৰালুৰিমখা ক'ত? সিহঁতকো মাত। সিহঁতহে আচল।

আমি চব চাপি-কুচি আহিলত দদাইটিয়ে বেছ ঘটা কৰি চাদি-বিয়াৰ দাৱাতৰ চিঠিৰ পৰা মুখস্থ মতাৰ দৰে তেওঁৰ মজলিচী গলাৰে কৈছিল—

—শুন, ককাইটি, বাচাইঁত। বৌটি, তুমিও শুনা। আল্লাহৰ ওপৰত তৱাক্কল কৰি ৰবিউচ্-চানি মাহৰ পোন্ধৰ তাৰিখে, মানে এই দেওবাৰ গৈ ঘূৰি দেওবাৰে, চতৰ শেহৰ দিনা, তহঁতৰ-তোমালোকৰ সেই নাজিমাৰ

— কোন নাজিমা দদাইটি? ফিন্ নাজিমানেকি?

—এহ? পেংলাইখন নকৰিবিচোন। মানুহ কাইলৈ থাকি পৰহিলৈ ডাক্তৰণী হ'ব। গাঁৱৰ পহিলা ডাক্তৰণী।

—নাজিমা বাইটিয়ে বেজি-চেজিও দিব নেকি দদাইটি।

ভন্টিৰ মাতত কোনো কৃত্রিমালি নাই। ধেমালি নাই। তাই নাজিমা বাইটিৰ পহিলা নম্বৰী চাগিৰ্দ। এতিয়া চিন্তাত পৰি গৈছে দস্তুৰমত।

ববাই তাইৰ গাত হাত ফুৰাই অভয় দিছিল।

—তই ফিকিৰ নকৰিবি বেটী। ডাক্তৰণী মানে বেজি দিয়া ডাক্তৰণী নহয়। ডাক্তৰৰ ঘৰৰ মানুহজনী কাৰণে ডাক্তৰণী। যেনেকৈ তহঁতৰ মাৰ মাষ্টৰণী। বাইদেউ নোহোৱাকেই মাষ্টৰণী।

—শুন শুন। তহঁতে মাজত দিগ্দাৰ নকৰ। মোক শেষ কৰিবলৈ দে। অঁ, আল্লাহৰ ওপৰত তৱাক্কল কৰি, তাইৰ মাঙ্নি অৰ্থাৎ জোৰোনৰ দিন পৰিছে। তহঁত চব যাব লাগে। নেক্ কামকেৰা চহি-চালামত চৰিয়ত-মোতাবিক হিফাজতেৰে আদায় কৰি দিব লাগে। আমিনো কোন। আল্লাহে চকিদাৰ পাতিছে। ঘৰ

এখন ৰখি ৰহি আছোঁ। চব আল্লাহুৰ। গতিকে তহঁতি মোৰ বুলি খামুচি লেজুত ধৰি বল দিলেহে কিবা এটা যদি হয়গৈ।

—এৰা সৰুবোপা। নাজ্জিমাৰ কপালো বৰ কপাল, ডাক্তৰ পালে।

মোৰ কাণত বাজিছিল। ববালৈ চাইছিলোঁ ববাই মজিয়ালৈ চাই আছে। এনেও ববাৰ মুখত মনটো ধৰা নপৰে। মাইৰ কথাৰ সুৰটো মই বুজা নাছিলোঁ। পিছতো কোনোদিন আৰু নুবুজিলো। মায়ে এই সম্বন্ধটো খুব এটা ভাল পোৱা নাছিলে নেকি। মোৰ কিন্তু এধানমান চোভা থাকি গ'ল।

দদাইটিয়ে মাইৰ কথাত উচ-বাইচ কৰা কেতিয়াও কস্মিন কালেও নাই দেখা। এনেকৈ দদাইটি মাইতকৈ দহবছৰমান ডাঙৰেই হ'ব। দদাইটিৰ বিয়াও ববাত কৈ আগতেই হৈছিল। সাধাৰণভাৱে মাই দদাইটিৰ আগত পৰ্দাই হ'ব পাৰিলেহেঁতেন। কিন্তু দদাইটিয়ে মাইক বৌটি বুলি মাতিছিল যিটো সম্বোধন বহুত মুছলমানৰ ঘৰত মাককো কৰা হয়। আৰু তেওঁলোকৰ পাৰস্পৰিক ব্যৱহাৰো তেনেকুৱাই আছিল। সৰু মাকৰ ডাঙৰ পো।

কিন্তু সিদিনা প্ৰথম দদাইটিয়ে প্ৰতিবাদ কৰা শুনিলোঁ। অৱশ্যে মাত্ৰ সুৰত। মোৰ নিচিনাকৈয়ে বোধকৰো দদাইটিৰো কাণত বাজিছিল। আগৰ মানুহৰ মনৰ তন্ত্ৰী বেছি স্পৰ্শকাতৰ আছিল।

—এহ বৌটি। কেলৈনো তেনেকৈ কোৱা। মুছলমানৰ কপাল বোলা বস্তু এটা আছে জানো। আল্লাই যেতিয়া যি ভাল দেখে। মানুহে আল্লাৰ নিয়ামতবোৰ ভালমতে ব্যৱহাৰ কৰিলে আল্লাই অবিচাৰ নকৰে নহয়। আৰু বৌটি, কপালেই যদি বুলিবা, ময়ো এষাৰ কওঁ শুনা। তুমি বৌটি যেনিবা বিচাৰি ফুৰোতে ক'ৰবাত সোণকে এচপৰা পালা। মোক কোৱাচোন, সেইয়া তোমাৰ ভাগ্য নে সোণৰ ভাগ্য। মোৰতো ভাৱনা হৈছে, ভাল জহুৰীয়ে হীৰাৰ হিফাজতো ভালভাৱেই কৰে নে নকৰে।

দুয়ো হাঁহিছিল। হাঁহিবোৰ মোৰ পিছে চিনাকি হাঁহি যেন লগা নাছিল। ববাই চাহৰ ফৰমাইচ দিছিল। মাই খৰখৰকৈ উঠি

গৈছিল। দদাইটিৰ চেহেৰালৈ পুৰণি হাঁহি ওভোপচ্ আহি গৈছিল। হাঁহি হাঁহি আমাক কৈছিল—হীৰা ক'ত পায় তহঁতে জাননে? নেজান। কয়লাৰ বুকুত, বুইছ। শামুকৰ পেটত হাঃ হাঃ হাঃ।

দদাইটিৰ খোলা হাঁহিৰ জবাব নাই।

আৰু ঠিক পিছ দিনাই মাইহঁতৰ ববাক আমাৰ আতাজি আহি ওলাইছিল তেওঁৰ সকলোৰে চিনাকি ৰাইডাং বেতৰ ৰাইডাং লাখুটি ঘূৰাই ঘূৰাই।

আটাজিৰ পেটত কেতিয়া কি কথা আচলতে থাকে টেৰ পোৱা মুচ্‌কিল। কথাবোৰ প্ৰায়ে পৰ্দাৰ সিফালৰপৰা কোৱাৰ নিচিনা। মুখত কথাৰ আনুষঙ্গিক ভাৱৰ আঁক-বাঁক একো বিৰিঙি নোলায়। আৰু আটাজিয়ে হৰ্‌হমিচ বহুত বেফাঁচ কথা অৱলীলাক্ৰমে কৈ যায়। জনাই জানে। গাঁৱত প্ৰায় আটাইয়ে জানে। চহি-চলামত চলি থাকে। নজনাৰ ক্ষেত্ৰত কেতিয়াবা বেছ পয়মালৰ সৃষ্টি হয়। হওঁতে তেনে কিবা হোৱাৰ উমঘাম দেখা পালেই আটাজি নিজেই গৈ ওলায়গৈ। কথা বেয়ালৈ যাবলৈ নিদিয়ে। আটাজিয়ে ধেমালি কৰি কয় ককাই-ভাইৰ খুটুৰ-খাটাৰ লাগিলেও ককায়েকে আগেয়ে চালাম দিয়াটো নিয়ম। সেই কাৰণে সৰুবোৰক জোকাই ফুৰোঁ। আগে চালাম দিয়াৰ অচিলা এটা ওলায়।

আতাজি আহিয়েই তলৰ মাটি ওপৰ কৰিছিল।

—হেৰৌ। মই এইবোৰ কি শুনিছো, হোঁ? সঁচা। নে গুজৱ? সি হেনো, এই সেই ৰুকুননে কি তাৰ কথা কৈছো। সি বোলে কালিয়েই আহি গ'ল। বাৰুটো অ'। দাৱাত-চাৱাতো দি গ'ল। তামাচা। তহঁতে সোমাবলৈ দিলি কেলৈ? মই বয়সে ওপৰ। যিহকে নকৰোঁ, মই আগে কৰিম। আৰু হেনেও দৰাঘৰ বুলিলে বেলেগ দাবী এটা থাকিবই। তাৰতো ককায়েকৰহে ঘৰ।. মোৰ আপোন জীৰ ঘৰ। অঁ, কি কয় সি? কি কৈছে? শুনিছ? তহঁত চবে কাণ খুলি শুন। সেইবোৰ টাংটিঙালি নচলিব। আমি দৰাঘৰীয়া। আমি ধান ক'লে ধান। পতান বুলিলে পতান। খবৰদাৰ। তহঁত

কোনো-পক্কৰা এটাও—তালৈ যাব নোৱাৰিবি। মচ্‌লুমেই। একেবাৰে দৰাৰ লগত পাৰ্টি হৈহে যাব পাৰিবি। বুজিলি। খবৰদাৰ।

মায়ে মিচিক-মিচিক হাঁহিছিল। ববাই পাৰে মানে গহীন হ'বলৈ যত্ন কৰিছিল। আমাৰ বুকুৱে ধান বানিছিল।

তাৰ পিছত এপৰ হুজত।

শেষত ফয়চলা হৈছিল। মাই যাব ভায়েকৰ জোৰোণলৈ। ববা যাব ভতিজাজীৰ জোৰোণলৈ। আমি মাজৰবোৰৰ আনা-যানা। মাকো। যেতিয়া য'ত ভাল লাগে। দূৰোতো নহয়। পদূলিৰপৰা পদূলি দেখিয়েই থকা যায়তো। আতাজিয়ে তথাপি শেষ ধেৰেকনী এজাউৰি মাৰিছিল আমাৰ সক্ক মখাক—খবৰদাৰ। অ'ৰ কথা ত'ত। ত'ৰ কথা অ'ত। চুগ্‌লা চুগ্‌লি নচলিব। পিঠি দৰাদৰ কৰিম মোৰ এই ৰাইদাঙেৰে।

মুছলমানৰ জোৰোণ বোলা কথা এটা আচলতে বোধকৰো নায়েই। অসমীয়া মুছলমানে ইয়াতে এটা ৰিয়াজ বুটলি লৈছে। আচলতে এই দিনটোত সকলোৱে জনাজনিকৈ খোজা-বঢ়া আদি হয়। যেতিয়াই তেতিয়াই হ'ব পাৰে। আঙঠি এটা পিন্ধাই বান্ধ এটা দিয়া হয়। দৰাৰ মাকে সাধাৰণতে পিন্ধায়। আজিকালিতো দৰাই নিজেই পিন্ধাই দিয়াও দেখা গৈছে। এইবোৰ নতুন কথা। আচলতে দৰাই কন্যাক ফুলশয্যাৰ ৰাতিৰ আগতে তেতিয়া দেখাৰ কথাই নাছিল। লাহে লাহে জোৰোণ এটা ৰিয়াজত পৰিণত হ'ল। এটা পদ্ধতি। এটা প্ৰক্ৰিয়া। অধুনা আকৌ পৰিবৰ্তন হৈছে। হ'ব ধৰিছে। আজিকালিতো আগৰ অনেক কথাই নোহোৱা হ'ল। আগৰ মুছলমান গাঁৱৰ চেহেৰাও আগৰ নিচিনা নোহোৱা হৈ আহিছে। সময়ৰ গতি। সকলো সলনি হয়েই। হবই! একেবোৰ মানুহ নেথাকে নহয়। তথাপি শিপা বুলি কথা এটা আছে। শিপাৰ অলপমান প্ৰয়োজনো নোহোৱা নহয়।

আৱল ফজৰত জিয়াৰত। জোহোৰৰ আগত ওলাই যাব লাগিব। মচজিদত জোহোৰৰ নামাজ। জোহোৰৰ বাদত খাই-বই কথা-বতৰা

ওলাব। জোৰোণৰ বাবে বিশেষভাৱে বনোৱা মতিচৰ লাডু বা খাজা বিলোৱা হ'ব। আচৰৰ নামাজ আকৌ মচজিদত। তাৰ পিছত ঘূৰি যাব দৰাঘৰীয়া। বিয়াত গৰুগাড়ী হ'ব। দৰালৈ ঘোঁৰা। এতিয়া পয়দলেই চলি যাব। এইকণ বাটত সেইবোৰ হেম্‌গেমহে। খোজেই ভাল।

মানুহ তেনেকৈ দাৱাত দিয়া নাই তুয়ো ঘৰেই। এইবোৰ কাম তেনেকৈ বাহুল্য কৰাটো ভাল নহয়। এৰাব নোৱাৰা আপোন কেই-ঘৰত কথা এষাৰ কৈছে আৰু। ভাত এগৰাহ লগেভাগে খাব আৰু। দোৱাত চামিল হোৱাটোহে ঘাই কথা। দোৱাত চামিল হ'বলৈ কাকো বেলেগে দাৱাত দিব নেলাগে। দোৱাত চামিল হোৱাটোৱেই চৰাবৰ কথা। ফিৰিস্তাও চাপি কুচি আহে। আতাজি আৰু দদাইটি তুয়ো মচজিদত মগৰিবৰ বাদত জামাতত কথাষাৰ জনাই দোৱা কৰিবলৈ দৰ্খাস্ত কৰিছিল। পিছে সিমানেই যথেষ্ট। গোট জামাতখনে জোৰোণখন আপোন ঘৰৰ বুলি ভাবি লবলৈ এটা অচিলা পাই গৈছিল।

নিৰ্দিষ্ট দিনাৰ তুই তিনি দিনৰ আগৰপৰাই তুয়ো ঘৰলৈ মানুহৰ লানি লাগিছিল। লেকাত। তামোলপাণ কি যোগাৰ কৰিছা, চাও দিয়া। অলপ কাটি দি যাওঁ বুলি আহিলো। —চাওঁ দিয়া, আৰু কি কৰি দিব লাগে। —বোলো কিমান কি হ'ল। খবৰ এটাকে কৰোঁ। কিবা কৰি দিব লাগে যদি দিয়া। — হয় নে, কোন কোন যাবনো? বেছি মানুহ নল'বা। মুৰুব্বীচৰ হ'ব লাগে। হেম্‌গেম মিছাকে। মিঠাই পাবহিতো। —এ আমাকতো এৰিলাই। আমি কোৱা-চিলাৰ মুখে বাৰ্তা পাইছে বোলো আমাক এৰিলেও আমি নেৰোঁ নহয়।

লগুৱাবাবীৰ পেহিটী। কঁকাল পৰা। তেনেকৈয়ে ভগা জাপিটো মূৰত দি খোজ কাঢ়ি হেপোৰ-তেপোৰকৈ ওলাইছেহি। তিনিমূৰিৰ ৰহিম নানা। কৌটিকলীয়া চাইকলখন জয়লাঙনীতে ফুটিল। খেলি-খেলি ওলাইছেহি। ঘামি চুৰবুৰ। ছিগাৰ হাচমতো আহিছে ক'ৰবাত অহুকাণে-পহুকাণে শুনিয়েই। আগতে কেতিয়াবা আতাজিৰ মাটি

ভৰাচেৰেক কইছিল। নহ'লেও খৰি কেইছলামানকে একুৱাই দিব পাৰিব। সাতে-সোতৰে মানুহ দুয়োঘৰত সেই কেইদিন গিজ্-গিজ্। হ'বই। সমাজনো কিহলৈ।

তামোল এখন মাত এষাৰ পালেই সকলো খুচী।

দদাইটিৰ এক গত-যা। ভিতৰলৈ যা। চিধা গৈ থাক। লৈ মেলি কৰি মেলি খা গৈ। তইঁতৰে ঘৰ।

আতাজিৰ অন্য এক গত—ওলালিহিয়েইনে। বহ বহ। চাহ-তাহ এটোপা খাই যাবি। কৈছোহে। ক'ত যাবিনো। খাম বুলিয়েই আহিছ। দেখিয়েই বুজিছো নহয়। ৰাইকহ।

দুয়োঘৰেই যথা সম্ভৱ যা-যোগাৰ কৰিছে। এনেকৈয়ো আমাৰ তেতিয়াৰ গাঁৱৰ কথা। বস্তু কোন ফালৰপৰা কেনেকৈ আহি উভৈনদী হৈ পৰে তলকিবই নোৱাৰি। খেনোৰ হাতৰ টিপতে পেকেটৰ বিস্কুট। খেনোৰ হাতত কটা চুপাৰী। হুন্নুৰ দোকানীয়ে দুসেৰ চেনীকে পঠাই দিছে। চাইকেল মিস্ত্ৰী ভাইজানে নিজেই দি গৈছে দচ-লাইট এটা চৈধ্য লাইট এটা তেলকুৰ ভৰাই ৰেডী কৰি। বাগানত কাম কৰা গুদাম বাবু ফুলটিৰ ঘৰৰপৰা আহিল চিচা-কাগজত মেৰিউৱা মেলিলেই মলমলাই উঠা চাহপাত। আৰু নো লাগিছে কি। মৰম, খা-খবৰ, হাত-উজান, তাতোকৈ ডাঙৰ বস্তু আৰুনো আছে কি।

মোৰ কিন্তু বাৰে বাৰে মনলৈ এটা কথা আহিছিল। অন্য এটা কথা। দুয়োখন ঘৰৰ মাজত মাকো মাৰিছিলোঁ দিনটোত বেচুমাৰ বাৰ। কোনে কি আনে। কোনে কি কয়। ঔৎসুক্যৰ শেষ নাই। চকু খোলা। কাণ খাৰা। মাজে মাজে খালি একো একোবাৰ খুইটিক চাই চাই আছো। খুইটিজনীয়েনো কেলৈ কান্দি-কাটি আছিল ক'ব নোৱাৰোঁ। বিয়াতযে কি হ'ব। ধুনীয়া মানুহজনীয়ে কান্দিলে··· মানুহৰ দুখো যে ধুনীয়া হ'ব পাৰে! ···লাড়ু, পিঠা, সান্দহ, আখৈ, খাজা, জেলেপী, নিমকিৰ কাঁহি-টোপোলাৰে বিয়াত দ'ম বান্ধিব ছাগে। এতিয়াই ভাত-খোৱা কোঠালিত থকা বৰ-পেৰাটো দোন-মোনীয়া হৈছেই। বিয়াত এইবোৰ মাইকী মানুহবোৰে আনে। বৈঠকীলৈ

আহোঁতে কোনো শুদা হাতে নাহে। নিকা ফটফটীয়া কাপোৰেৰে বন্ধা কাঁহী একোখন লৈ লৈ মাইকী মানুহৰ লাইন লাগে। যেন পকৱাৰহে লানি—মূৰে মূৰে বগা বগা টোপ।

মোৰ কিন্তু বাৰে বাৰে মনলৈ আহিছিল এটা কথা। অন্য এটা কথা। অস্বস্তি লাগিছিল। কিন্তু আহিছিল। কিমান বেলেগ। অথচ কিমান একে। মৰা ঘৰৰ কথা। আমাৰ গাঁৱত যেতিয়া কোনোবা ঢুকায়, ঘৰখনৰ বেজাৰ কৰাৰ বাহিৰে কৰিবলৈ তৎক্ষণাত একো নোহোৱা হৈ যায়। সকলো পিনে হাত দাঙি দিব লগা হয়। হাত-উজান দিয়ে পূৰা গাঁওখনে। কোনে কবৰ খান্দিলে, কোনে ক'ত বাঁহ কাটিলে, কাঠি-কামি চাচি ৰহাল বনালে, চিটিকা চুঁচিলে ; গড়ৰ বাঁহ, পথালি বাঁহ ছেও দিলে, গোছল দিয়ালে, কফন পিন্ধালে, ঘৰৰ মানুহে গমেই নেপায়। খা-খবৰ দিবলৈকো নিজেই ভাগে ভাগে ওলাই যায় গাঁৱৰ ডেকা। মূৰব্বীক এবাৰ বিচৰা হয় কবৰৰ মাটিকণ দেখুৱাই দিবলৈ। দৰ্কাৰ নাই বুলি জানিও মানুহে আত্মীয় স্বজনৰ মাজত, ওচৰত কবৰ হ'লে ভাল পায়। আৰু এবাৰ বিচাৰে কফনৰ কাপোৰৰ, খড়ি-মাটি, কফুৰ, লোবান-বাতি, ইত্যাদিবোৰৰ খৰচাটো বিচাৰি। সেয়া তেওঁলোকৰ হক। নহ'লে সেইকণ আমনিও জামাতে নিদিলেহেঁতেন। জানাজাৰ সময়টো পৰ্য্যন্ত জামাতেই ঠিক কৰে দূৰৰ পৰা আহিব লগীয়া মানুহৰ কথা বিবেচনা কৰি। সুখে দুখে একে চানেকীৰ প্ৰতিক্ৰিয়া। হালোৱাৰ ডেগ্‌চী ভৰি থাকে মানে আপোনজনৰ অভাৱ নাই বোলা বচনষাৰৰ আমাৰ সেই গাঁৱত একো মানেই নাছিল। আৰু দাফন হৈ যোৱাৰ পিছৰপৰা ভাত-চাহ অহাৰ ধুম্ পৰি যায়। কাৰণ একো নিয়ম নাই যদিও মুৰ্দাৰ ঘৰত তিনিদিনলৈ পাগঘৰত জুই নজ্বলে। বেজাৰ কৰাৰ বন্ধা সময়। তাৰ পিছত সকলো স্বাভাৱিক হ'বই লাগিব। কেতিয়াবা ইমান ভাত-চাঁহ পৰে যে মানুহ মাতি মাতি খুৱাব লগা হয়। আৰু চাহ ভাত দিয়াৰ সম্ভাৱনা থকা ঘৰবোৰক নিদিবলৈ আগতীয়াকৈ অনুৰোধ জনাব লগা হয়। কাৰণ খোৱা বস্তু লোকচান কৰাটো বৰ ডাঙৰ গুনাহ। মোৰ মনলৈ অহা

এইবোৰ কথা লগৰে দোস্ত্ এটাক কৈয়ে পেলাইছিলোঁ। আৰু ভেকাহি এটা খাইছিলোঁ। বিয়া ঘৰক মুৰ্দাঘৰৰ লগত ৰিজাব নেপায়। গুণাহ হ'ব। অমঙ্গলো হ'ব পাৰে। মোৰ ভয় লাগি গৈছিল। কিন্তু মনটোক চম্ভলা টান। তাত কেতিয়া কি খেলায় মই নিজেই আজিও পাট্টা নেপালো। অসমীয়া মুছলমান শব্দ দুটায়ে মোক যথেষ্ট চিন্তাৰ সমল যোগায়।

আমাৰ জোৰোণবোৰৰ আটাইতকৈ আমোদজনক পৰ্বটো হ'ল বৰপক্ষ কন্যাপক্ষৰ মূৰব্বীসকল যেতিয়া আনুষ্ঠানিকভাৱে ঘূৰণীয়া মেলত বহে। ধুনীয়া দলিচা, কাৰ্পেট, নাম্‌ডা এইবোৰ পৰা থাকিব। মাজত ফুলবচা কুৰ্চাৰে কৰা কাপোৰেৰে ঢকা থাকিব বান বঁটা, জোৰোণৰ সা-সামগ্ৰী। ফুৰফুৰকৈ ধোঁৱাই থাকিব লোবান্‌দানীত লোবান্। চাৰিওফালে ডায়েৰা কৰি বুজৰুগসকল, মূৰব্বীসকল বহিব। গোলাপ-জল ছটিউৱাই গোলাপজল ছটিয়াব। আঁতৰ দিয়াই আঁতৰ দিব। ৰূপৰ আঁতৰ-দান। মনাকৰা গোলাপজলৰ ঝাৰ। ভাগে ভাগে কাম চলি থাকিব। আচলতে গোটেইবোৰ কথা, প্ৰসঙ্গ আগতেই আপোচত বিতংভাৱে ঠিক কৰা হৈ থাকে। এদিন খা-খবৰ দি ছোৱালী চোৱা হয়। কইনা ঘৰেও গৈ ঘৰ-বাৰী চাই-চিতি আহেগৈ! বাচনৰ আদান-প্ৰদান চলে। ৰাজী-খুচি হ'লে তাৰ পিছত ৰীতিমতে জোৰোণৰ দিন এটা ধাৰ্য্য কৰা হয়। আৰু তেতিয়াই প্ৰায় সকলো প্ৰাসঙ্গিক কথাৰ চয়-নিচয় হৈ যায়। কিন্তু এতিয়া···

বতৰৰ কথা; খেতিবাতিৰ কথা; ৰজাঘৰৰ কথা, বয়বস্তুৰ দামৰ কথা; আগৰ দিনবোৰ কিমান ভাল আছিল তাৰ কথা; এতিয়াৰ দিনবোৰ, মানুহবোৰ ক্ৰমাৎ বেয়া হৈ গৈ থকাৰ কথা; দ্বীন-দুনীয়া-আখেৰাতৰ কথা;—এইবোৰ সৰস সময়-খোৱা আলোচনাৰ মাজতে এজনে হঠাৎ ব্যগ্ৰতাৰে মাত লগায়—

—জামাত চাহেবান। সময় গৈ আছে। আচৰৰ ৱক্ত হ'বই এতিয়া। জাৰৰ শেহৰ কটিয়া দিন। কথা উলিউৱক আৰু। আমাক বাইজখনক কেনৈবা মতা হ'ল? চুৰুঁৰীয়াকৈ হাত-মুখো ধুউৱা হ'ল?

লগে সগে গুণ-গুণনি আৰম্ভ হৈ যাব। আলাপ-আলোচনাৰ

মুখপাত্র নির্বাচন লৈ খেলা-খেলি লাগিব। অচিৰেই ঐক্যমতত উপনীতো হোৱা যাব।

—আচ্ছালামু আলেইকুম। জামাত চাহেবান। আমাৰ মুৰব্বী সকল প্রায় সকলো হাজিৰ আছে। এয়া আমাৰ দদাইটি আছে। সোৱা মোমাইটি আছে। পেহাটি আছে। ককাইটিও আছে। আৰু সব-ডাঙৰ আমাৰ আতাজিও এয়া আছে। মই ক'বৰ হ'লে, সকলোৱে যদি ইজাজত দিয়ে, আমাৰ হৈ আতাজিয়েই আগ বাঢ়ক। নে কি বোলা ?

—এ। সেই। হেৰি নহয় অ'। বুঢ়া মানুহ। কথা সেই লৰক ফৰক···

—হ'ব। হ'ব। আতাজি। আমি আছোঁ নহয়। আঁতডাল ধৰি দিলেই আমি হুৰহুৰাই টানি নিম নহয়।

—অঁ। হ'ব তেন্তে। আল্লাহে যি ভাল দেখে। পিছে, দৰাৰ ঘৰৰ কোন বা।···হেৰি অ

—আমাৰো সকলো মুৰব্বী আছে। গাঁওবুঢ়া দদাইটি নিজেই আছে। আমি আমাৰ ৰবীয়াকৈয়ো আৰু গাঁও ৰবীয়াকৈয়ো গাওঁবুঢ়া দদাইটিকে আগবঢ়াই দিছোঁ।

—হয়নে ? খোজে-খাপে খোৱা বঢ়িয়া কথা। তেনে আগহে বাঢ়োঁ আৰু। কি কোৱা।···বিছমিল্লাহ। পিছে···হেৰি এই···আমি জানিব লাগে, আপোনালোক এনেকৈ গোট-পিট খাই হেৰি এই আমাৰ মজিয়ালৈ কি সকামত বা অহা হ'ল ? অর্থাৎ হেৰি এই মোকচেদ্‌টোনো কি ?

গুণগুণনি। ফুচফুচনি।

পর্দাৰ সিফালে চেপা হাঁহি।

—এৰা, হয়তো। কোনেও আমি একো ক'বই নোৱাৰোঁ। কি কি হৈছে এইবোৰ। কি কথা। ইফালে পোলাও-চোলাৱো বনাইছে।

—এই চুপ। কি হৈছে তাত।

আকৌ চেপা হাঁহি।

—অঁ। ময়েই কওঁ তেন্তে। সকলোয়ে কৈছা যেতিয়া। বিচ্‌মিল্লাহ। আমি ৰাইজখন এটা নেক মোকচেদ লৈয়ে আহিছোঁ। আমাৰ এওঁ ৰচিদ চাহেবৰ ল'ৰা ৰফিক পোনা। চবে চিনি পায়েই। ডাক্তৰ যে। তাকে, আমাৰ এওঁ ৰুকুন চাহেবৰ ছোৱালী এফেৰি আছে বোলে। এই, কি নামহে আইজনীৰ —অঁ—নাজিমা, তাকে, নাজিমাৰ লগত, কিবা কয় বোলে, কথাবাৰ্তা চলোৱা হৈছিল। হয় নে? তাকে, আজি আমাক লৈ আনিছে। জামাতখন গোট খাইছে। আজিয়েই বান্ধ এটা হ'ব লাগে। বাকীবোৰো, এই মহৰণা, এই দিনবাৰ,—মুঠতে ফয়চলা হৈ যাব লাগে। নে কি কোৱা? ৰুকুন বোপাই হাতমুখ ধুৱালেই যেতিয়া···

—ইন্‌চা আল্লাহ। হ'ব লাগে। পিছে, হেৰি নহয়, এই, তোমাৰ কিবা দিয়া-থোৱা, বয়না-বক্‌চিচ···

—আল্লাহে কৰালে আঙঠি এটা দিয়া হ'ব। আৰু কাপোৰ এসাজো অনা হৈছে। আৰু তেল-কুৰ কাকৈ-ফনি সেইবোৰো লগৰ বস্তু আহিছে। তাকে আপোনালোকৰ ইজাজত হ'লে মাইকী মানুহে পিন্ধাবই পাৰে।

—অঁ, পিন্ধাওক। পিন্ধাওক। ৰোৱাৰ কাম নাই। আল্লাৰ নাম লৈ পিন্ধাই দিয়ক।

—পিছে হেৰি নহয়। বেআদবী মাফ কৰিব। এটা কথা। আপোনালোকে মহৰণাৰ কিবা এটা চয়-নিচয়—কিবা কথা-বতৰা হৈছিল জানো। ছিগি থাকিলে বাৰু। পিছত, আল্লাহে নকৰক সেইবোৰতে কেণা লাগে।

—হৈছে। হৈছে। লোক-দস্তুৰ এটা হ'বহে লাগে আৰু। আল্লাহে জোৰা কায়েম কৰক। সেইটোহে ঘাই কথা। এনেই এহেজাৰো যি লাখ টকাও সি। ভিতৰত সেই ডেৰ টকাই। পিছে কথা-বতৰা হৈ এহেজাৰ এটকাত দুইপক্ষ ৰাজি বুলি আমাক কৈছে।

—এহ। ডাক্তৰ মানুহ। কম হ'ল। শুনিবলৈ বাৰু নহ'ল।

—আও। কইনাৰ মোমায়েকৰ কথাৰ পাক দেখোন একলেখীয়া। মতলবটো কি? নে ভাগিনীয়েকৰ লগত ডবল কৈ দহেজ দিব।

—দহেজৰ কথা কেলৈ কৈছা। এয়াতো ডাক্তৰবহে ইজ্জতৰ চাৱাল। আমিতো দৰ দামৰ কথা কোৱা নাই।

– মইনো দৰদামৰ কথা ক'লোঁ কেতিয়া। ইজ্জতে ইজ্জতে থাকে খাতিৰেহে কথাৰ মাত এষাৰ ক'লোঁ আৰু।

ইমাম চাহেব স্বয়ং উপস্থিত আছিল। কোনো কথাত ভাগ নলৈ একান্ত মনে তচ্‌বীহ লৈ বহি আছিল। কথাত কথা বাঢ়ে। খৰিকাত কাণ বাঢ়ে। ঘটনা থিতাতে বেয়ালৈ যাব পাৰে। সময়মতে হস্তক্ষেপ কৰা উচিত হ'ব বুলি তেওঁ বিবেচনা কৰিলে। গাঁৱৰ শান্তি-শৃঙ্খলা মিল-মোহব্বত বজাই ৰখাৰ চেষ্টা কৰাটো তেওঁৰ নৈতিক দায়িত্ব। ইয়াতোকৈ বহুত সৰু কথাত হৈ উঠা বিয়া ভাগি যোৱা, পৰিয়ালে পৰিয়ালে চকুলৈ নোচোৱা হোৱা, জোনাবে দেখিছে। সেয়ে তেওঁ তচ্‌বীহ সামৰি সশব্যস্ত হৈ মাত লগালে।

—নাই, নাই। নেপায়, নেপায়। আপোনালোকে এইবোৰ কি চুৰু কৰিলে। খোদা-ৰচুল তৰ্কত নাৰাজ হয়। আমাৰ মুছলমানৰ বিয়াত লেন-দেনৰ কোনো প্ৰশ্নই উঠিব নোৱাৰে। আখ্‌লাচেই আচল ধন। চৰিত্ৰৰ ওপৰত আৰু কোনো কথাই বিবেচনা হ'ব নোৱাৰে। দুলা-দুলহন ৰাজি থুচি থাকিলে মহৰণাৰ একো অৰ্থই নোহোৱা হৈ যায়। মইতো আপানালোকক কম বিয়াত উছৰ্গাৰ লিষ্টি পঢ়াৰ এই ৰিয়াজটোও বন্ধহে হ'ব লাগে। আমি দোৱাহে কৰিব লাগে, আহক দোৱা কৰোঁ, উঠাওক হাত।

জোৰোণৰ এমাহৰ মুৰত বিয়া হৈ গৈছিল। সুকলমে। শুভ কামত দেৰি নাই। গাঁৱৰ ৰাইজে দুখন বিয়াৰ যাবতীয় কাম-কাজ হাঁহি-হাঁহি ঘৰৰ কামৰ দৰে উঠাই দিছিল। খৰি ফলাৰপৰা ৰভা দিয়ালৈ। আখৈ ভজাৰপৰা দৰা-খানা বনোৱালৈ। ল'ৰাহঁতে ৰাতি লেম জ্বলাই ৰঙা চালু কাপোৰত বগা কপাহেৰে পাৰ্টী হৰফেৰে খুচ-আমদেদ লিখি দুয়ো ঘৰত গে'টো বনাই দিছিল। আলহী হৈ নিজেই খাইছিল।

গৃহস্থ হৈ নিজেই শুধিছিল। কৰি-মেলি-খোৱা যাক কয়। আজি আৰু সেই দিন নাই। লাহে লাহে সকলোতে ঠিকা সোমাল। আনকি অভ্যৰ্থনাৰ দায়িত্বতো। নিৰ্বিশেষ চালাম, খোলা-আম-মোচাবাহা, আনকি একেখন বৰ-কাঁহীৰ পৰা আটায়ে একেলগে খোৱা, এইবোৰ ক্ৰমাৎ নতুন মানুহৰ বাবে সুদূৰৰ বস্তু হৈ আহিছে। যেনেকৈ তেওঁলোকৰ বাবে সুদূৰৰ বস্তু—মাকো, শলি, গৰকা, নেওথনী, নাচনী, গেজেৰা, চিপকলী, ভাত-মণি, দোন, কুলা, বহি-খোৱা, মাৰলী, খবুৱা। তেওঁলোকে অৱশ্যে কিংপিন, কুইন-পিন্ চিনি পালেও পাব পাৰে।

বৈঠকীত গাঁৱৰ মাইকী মানুহ ঠাঁহ খাই পৰিছিল। পৰেই। মুছলমান মাইকী মানুহৰ মনৰ মতন পিন্ধি-উৰি ইমান মুকলি মনেৰে লগ ভাগ হোৱাৰ মওকা দ্বিতীয় এটা নাই। অন্য কোনো ধৰণৰ মজলিচ তেওঁলোকৰ নাছিল। আজিকালি অৱশ্যে পৰিৱেশ বেলেগ হৈছে। কিন্তু ইছলামত নাৰীৰ যি স্থান সেই স্থান তেওঁলোকে আদায় কৰি ল'ব পৰা নাই। অথবা দিয়া হোৱা নাই।

বিয়াৰ ক্ষেত্ৰতো জোৰোণৰ কথা-কামখিনিৰে পুনৰাবৃত্তি হৈছিল। বিয়াৰ দুদিনৰ আগত মোমাইটিহঁতৰ ঘৰত এটা বৰ মনোজ্ঞ অনুষ্ঠান হৈছিল, এতিয়াও হয়। কিন্তু মোৰ বাবে সেই অনুষ্ঠানৰ তাৎপৰ্য্য বেলেগ। অলপ দূৰৰ পৰা এগৰাকী মৌলানাক দাৱাত কৰি অনা হৈছিল। মৌলানা চাহেবে 'হাৰাম' আৰু শিক্ষাৰ ওপৰত ৱাজ-নচীহত কৰিছিল।

মোৰ তেতিয়াৰ কোমল মনত, যুক্তিৰ অৱতাৰণা কৰিবলৈ যেতিয়া শিকাই নাছিলোঁ। তেতিয়াৰ মনত যি এটা ধাৰণা হৈছিল সি মোৰ মনত এতিয়াও বৰ্ত্তমান। কোৰাণ-হদিচৰ উদ্ধৃতিৰ তফ্চীৰ কৰি জোনাবে কৈছিল হাৰাম-খাদ্য, হাৰাম-উপাৰ্জনে মানুহৰ ৰক্তই দুষিত কৰি পেলায়। ক্ৰমাৎ এটা বংশ একোটা জাতি পতনৰ ফালে গতি কৰে। দুবেলা দুমুঠি ঠিকমতে খাবলৈ নোপোৱা জন লাহে লাহে ধনী হৈ আহিলেই তেওঁৰ উন্নতি হ'ল বুলি নিশ্চিন্তে কৈ দিব পৰা নেযায়। ই তেওঁৰ চূড়ান্ত পতনো হ'ব পাৰে। জোনাবৰ ভাষাত একমুঠা হাৰামৰ

ভাতে এখন জাহান খতম কৰি দিব পাৰে। মোৰতো এতিয়াও মাজে মাজে ভাব হয়, পৃথিৱী সঁচাই শেষ হৈ আহিছে নেকি।

শিক্ষাৰ কথা ক'বলৈ গৈ জোনাবে উত্থাপন কৰা প্ৰসঙ্গ কেইটা মোৰ আজিও জল্‌জল্ পট্‌পট্‌কৈ মনত আছে। মনত আছে জোনাবে কোৱা প্ৰতিটো গল্প। জোনাবৰ অনমুকৰণীয় কথন-ভঙ্গী অথবা প্ৰসঙ্গৰ অন্তৰালত থকা সত্যই ইয়াৰ কাৰণ হ'ব পাৰে।

"জ্ঞান আহৰণ কৰা ফৰজ্"। এই কথাষাৰ ব্যাখ্যা কৰোঁতে জোনাবে দেখুৱাইছিল হজৰত মোহাম্মদ চল্লাল্লাহু আলায়হি ৱাচ্ছাল্লামে কেনেকৈ জ্ঞান আহৰণৰ ক্ষেত্ৰত সমাজৰ একেবাৰে নিম্ন খাপৰ বুলি পৰিগণিত মানুহৰ সহায় ল'বলৈকো সঙ্কোচ নকৰিছিল আৰু তেনে-লোকক পিছত ওস্তাদৰ সম্মান প্ৰদৰ্শন কৰিছিল। একমাত্ৰ জ্ঞানেহে মানুহক সৰু বা ডাঙৰ কৰে। বৃত্তি-ব্যৱসায়ে নকৰে। আৰু এই ব্যৱধানো মাত্ৰ আপেক্ষিক। আল্লাহৰ আগত নামাজৰ কাতাৰত মালিক আৰু ভৃত্য কান্ধত কান্ধ মিলাই খাৰা হোৱাটো বৰ ভাল কথা। মোস্তাহাব। আকৌ, সেইজন মালিকহে জ্ঞানী যিজনে ভৃত্যক প্ৰতিষ্ঠা দান কৰি মুক্ত মানুহ কৰি তোলাৰ চিন্তা হৰ-হমিচ্ কৰে। ভৃত্যক চলে-বলে-কৌশলে সদায় ভৃত্যই কৰি ৰখাৰ তালত থকাজন প্ৰথম দৰ্জাৰ মূৰ্খ।

"জ্ঞানৰ সন্ধানত সুদূৰ চীন দেশলৈকো যাবা।" ষষ্ঠ শতিকাৰ আৰবৰ পৰিপ্ৰেক্ষিতত চীনদেশ আছিল অন্ধকাৰ দেশ। চীনদেশ আছিল দুৰ্গম, সুদূৰ। পৃথিৱীৰ এক প্ৰান্ত। কিন্তু জ্ঞানৰ সন্ধানত দৰ্কাৰ হ'লেই যাব লাগিব – হিমালয় চূড়ালৈকে হওক, মেৰু-সাগৰলৈকে হওঁক।

আকৌ কৈছিল "জ্ঞানীজনৰ কলমৰ চিয়াহী ছহিদৰ তেজতকৈ মূল্যবান।" মুছলমানৰ মানত ছাহাদতৰ মৌত যাৰ ভাগ্যত ঘটে তেওঁতকৈ ভাগ্যবান নাই। পোনে পোনেই জন্নতবাসী হয়। তেনে স্থলত যিজন প্ৰকৃত জ্ঞানী তেওঁৰ স্থান কিমান ওপৰত সহজেই অনুমেয়।

জোনাবে হাঁহি হাঁহি কৈছিল—"হুববুল ৱতন্ মিনাল্ ইমান"। দেশপ্ৰেম নহ'লে মুছলমানেই হ'ব নোৱাৰি। মই এই কথাবোৰৰ মাজত তেতিয়া সংগতি আৱিষ্কাৰ কৰিব পৰা নাছিলোঁ। জোনাবৰ সিদিনাৰ গল্পটোৰ শৈক্ষিক তাৎপৰ্যও সিদিনা বুজিব পৰা নাছিলোঁ। এতিয়া বুজোঁ। জানো, ইছলামৰ দৃষ্টিত শিক্ষাৰ অৰ্থ আমি মুছলমানেই হয়তো ভালকৈ নেজানো। বৃত্তিমুখী শিক্ষাই শিক্ষা বুলি আমিও বুজিবলৈ ধৰিছোঁ। আমি নুবুজোঁ সুবিশাল আৰব সাম্ৰাজ্যৰ ৰজা মোহাম্মদ মৰাৰ সময়ত তেওঁৰ হাতত প্ৰায় এটা ফুটা কড়িও কিয় নাছিল। পিন্ধা চোলাটোত অসংখ্য তাপলি কিয় আছিল।

আৰু হয়তো সেই কাৰণেই জোনাবে সিদিনা এই গল্পটো কৈছিল।

—এক আছিল পৰহেজ্‌গাৰ মমিন। অনেক দিনৰ হেপাহ-জীৱনত এবাৰ হজলৈ যাব। দিদাৰে মদিনা সফল কৰিব। এটা দুৰন্ত পিপাসা। বহু বছৰ ধৰি টকা-পয়চা গোটালে। তাৰ পিছত সঁচাই এদিন ওলাই পৰিল। হজ কৰিলে। মনত পৰম শান্তি। কিন্তু···হঠাৎ তেওঁৰ মনত খেলালে এই যে তেওঁ ইমান সাধনা কৰিলে, ইমান ত্যাগ, ইমান ব্যাকুলতা—আল্লাহৰ দৰ্গাহত তেওঁৰ হজ কবুল হ'লতো! নে ক'ৰবাত ক্ৰুটি বৈ গ'ল। সকলো অথলে গ'ল। এটা নিৰন্তৰ চিন্তাই তেওঁৰ মন ব্যতিব্যস্ত কৰি তুলিলে। সাধক মানুহ। তেওঁ জানে আল্লাহৰ হুকুম তামিল কৰি যোৱাই তেওঁৰ কৰ্তব্য। ফলাফল লৈ ব্যতিব্যস্ত হোৱা সমীচীন নহয়। তেওঁ আল্লাহলৈ ফৰিয়াদ কৰিলে মনৰ এই দুৰ্বলতা, এই নাদানীৰপৰা তেওঁক যেন মুক্ত কৰে। নিশা সপোনত এক উজ্জ্বল ব্যক্তিয়ে তেওঁক মোবাৰক-বাদ দি জনালে তেওঁৰ হজ কবুল হৈছে। এইবাৰ মক্কালৈ অহা সকলোৰেই হজ মকবুল। এজন মহান হাজীৰ অছিলাত লাখজনৰ সপোন সফল হৈছে।

আনন্দৰ চকুলোৰে দুগাল তিয়াই তেওঁ সুধিলে, জানিব পাৰো নে কোন সেই মহান হাজী চাহেব। তেখেতৰে দিদাৰ সম্ভৱ হ'ব নে।

ক'লে—চেষ্টা কৰিব পাৰা। ফাল্‌না ঠাইৰ ফাল্‌না গাঁৱত বাস। ফাল্‌না নামৰ মানুহ।

হাজী চাহেবে ঘৰলৈ যোৱাৰ চিন্তা বাদ দিলে। আগে এই মহৎ ব্যক্তিৰ দৰ্শন হ'বই লাগিব। অচিৰেই নিৰ্দিষ্ট ঠাইৰ নিৰ্দিষ্ট গাঁও পালেগৈ। খবৰ লৈ জানিলে তাত সেই নামৰ মানুহ আছে। ব্যাকুল আগ্ৰহেৰে উক্ত ব্যক্তিক সাক্ষাত কৰিলেগৈ। মানুহজনৰ প্ৰশ্নত হাজী চাহেবে সকলো কথা বিবৰি ক'লে।

মানুহজন অবাক হ'ল। তেওঁতো মক্কালৈ যোৱাই নাই।

হাজী চাহেব হতাশ হ'ল। কিন্তু সপোনত তেওঁ ইমান সঠিক নিৰ্দেশ কেনেকৈ পালে। ঠাই, গাঁও, নাম। এইবোৰতো তেওঁ কোনো পধ্যেই চিনি নেপায়।

মানুহ গৰাকীয়ে হাজী চাহেবক বহুৱালে। খুৱালে-বুৱালে। জিৰাবলৈ দিলে। এজন সাধাৰণ মানুহ, ধনী নহয়। সাধাৰণভাৱে ধাৰ-ঋণ নকৰাকৈ চলি থকা মানুহ। পৰ্‌হেজ্‌গাৰ, ধৰ্মৰ নীতি-নিয়ম মানি চলে।

হাজী চাহেবে হতাশ মনেৰে বিদায় লৈ যাবলৈ ওলোৱাত মানুহজনে খন্তেক বহিবলৈ কৈ ক'লে —

—মোৰ যদি কিবা ভুল হয়, বে-আদবী হয় মাফ কৰিব। আল্লাহৰ ওচৰত গুণাহগাৰ হওঁ যদিও ক'ব নোৱাৰো। এইবোৰ কোৱা কথা নহয়। মই বহুত ভাবিলোঁ। আপোনাক কোৱা উচিত হ'ব নে নহয় নিশ্চয় কৰিব পৰা নাই। আল্লাহ মাফ্‌ কৰোঁতা···কওঁ, শুনক চাহেব।

—মই তেনেকৈ একো চহকী নহওঁ। মোটামুটি এটা উপাৰ্জন কৰোঁ। নেক পথত থাকি হক-হালাল বাচি খাই জীৱনটো কটাবলৈ চেষ্টাৰ ত্ৰুটি নাই কৰা।

—মোৰ একেবাৰে ওচৰ-ঘৰীয়া মানুহটো বৰ দাল-দৰিদ্ৰ। মাগি-খুজি খায়। মানুহটোৱে আগতে দিন হাজিৰা কৰিছিল। এটা অঘটনৰ পিছত মানুহটো একেবাৰে অকামিলা কৰীয়া হৈ পৰিল।

সিহঁতৰ এটাই মাত্ৰ ল'ৰা। ছয়-সাত বছৰ বয়স। আমাৰ ল'ৰাটোৰে সমান। সি দোভাগখিনি সময় আমাৰ ঘৰতে থাকে। কাম-বনো দুখন এখন কৰি দিয়ে। খায়ো, আমি যি খাওঁ—তাকে দিওঁ। ছুয়োটাই খেলে। আমাৰ ল'ৰাটো তেনেকৈ নেযায়। কেতিয়াবা অৱশ্যে লগত পৰি যায়। আকৰ্ষণ তেনেকৈ নায়েই। জৰাজীৰ্ণ ঘৰ।

—এদিন কিন্তু গ'ল। তেওঁলোকৰ ল'ৰাটোৱে প্ৰায় ফুচুলায়ে নিলে। কাৰণ তাৰ মাকে এটা বিশেষ বস্তু ৰান্ধিছে। সিহঁতৰ ঘৰৰ কাৰণে এটা অভাৱনীয় ঘটনা। আমাৰ ল'ৰাটোক খুৱাবৰ তাৰ বৰ মন। লগত বছুৱাই যেতিয়া মাকক বস্তুটো খাবলৈ দিবলৈ ক'লে তেতিয়া মাকে অস্বীকাৰ কৰিলে। বাপেকেও মানা কৰিলে। প্ৰথমতে কোমল কৈ ক'লেও পিছত প্ৰায় কঢ়াকৈয়ে আমাৰ ল'ৰাটোক ঘৰৰ পৰা পঠাই দিলে। সি মনত বৰ দুখ পালে। ঘৰত আহি বৰকৈ কান্দিলেহি।

—কথাটো শুনি মই বৰ বেয়া পালোঁ। খঙো উঠিল। গ'লো তেওঁলোকৰ ঘৰলৈ। ছুয়োকে ভালকৈ এবকণ দিলোঁ।

—মানুহজনীয়ে একো নকৈ কান্দিব ধৰিলে। মানুহটো বহুত পৰ মনে মনে বহি থাকিল। তাৰ পিছত লাহে লাহে ক'লে। —আপুনি আমাক মাফ কৰক। আমি বৰ গৰীব মানুহ। নকৰা কাম কৰিব লগা হয়। চদ্‌কা আমাৰ কাৰণে ল'ব পৰা বস্তু হ'ব পাৰে। আপোনালোকৰ বাবে হ'ব জানো। ল'ৰাটোক তেনে বস্তু আমি খাবলৈ দিব পাৰো জানো।

—মোৰ খং পানী হৈ গৈছিল। ইমান গৰীব মানুহৰ এনেকুৱা মন মই আশা কৰা নাছিলো। মই যথেষ্ট চিন্তাত পৰি গৈছিলোঁ। অভাৱনীয়ভাৱে মোৰ মনলৈ এটা কথা আহি গৈছিল। হয়তো মোৰ দিলৰ গৱাহি। হয়তো আল্লাহৰ ইচ্ছা। এটা সফ হাদিচে মোক ভৱাই তুলিছিল।—তুমি প্ৰতি সাজ খোৱাৰ আগতে খবৰ ল'বা, ঘৰৰ সকলোৱে খাবলৈ পাব নে নেপায়। ঘৰৰ পোহনীয়া জীৱ-জন্তুবোৰে

খাবলৈ পাইছে নে নাই। তাৰ পিছত খবৰ ল'বা ওচৰ-ঘৰীয়া কেনেবাকৈ লঘোনে আছে নেকি। নিশ্চিত হৈছে তুমি খাবা।

—জোনাব। মই ভালেমান বছৰৰপৰা অলপ অলপকৈ পয়চা গোটাইছিলো হজ কৰিম বুলি একিন কৰি। কেতিয়াও ওচৰ ঘৰীয়াৰ প্ৰতি থকা ফৰ্জৰ কথা ভবা নাছিলো। আদায় কৰাৰ প্ৰশ্ন নুঠেই। বৰ বেয়া লাগিল। মনত কি খেলালে নেজানো। জমা টকাৰে এখন সৰু দোকান খুলি পেলালো। আৰু এই মানুহটোক তাত বহুৱাই দিলো। আল্লাৰ ফজলে তেওঁ নিচেই কম সময়ৰ ভিতৰত তৰক্কি কৰিছে। স্বাস্থ্যৰো উন্নতি হৈছে। ল'ৰাটোকো স্কুলত দিয়া হৈছে।

শিক্ষাৰ যি এটা গভীৰ ধাৰণাৰ ইংগিত জোনাবে সেই মৌলুদ শ্বৰীফত দিছিল সি আজিও মোক অনুপ্ৰাণিত কৰে।

মোমাইটিৰ বিয়াৰ সেই মৌলুদৰ দিনা ৰাতিলৈ বিয়াঘৰতে এটা বৰ দুঃখদায়ক ঘটনা ঘটিছিল। মানুহে নানা ধৰণৰ বুবু-বাবা কৰিছিল। বিয়াখন মুলতবি ৰাখিবলৈ পৰামৰ্শ দিয়া হৈছিল। আনকি এনে ঘটনা ঘটাৰ পিছত বিয়াখন নহ'লেহে ভাল হ'ব নেকি বুলি কোনো মানুহো ওলাইছিল। ইত্যাদি নানা কথা। আতাজিৰ কিন্তু চাফ্ এক কথা। নেক কামত বাধা থাকেই। আৰু বাধা নানা ফালৰ পৰা আহে। বৈ যোৱাৰ কোনো সকাম নাই। কাৰবালাৰ ময়দানত জানো বিয়া হোৱা নাছিল। জীৱন ডাঙৰ নে মৰণ ডাঙৰ।

ঘটনাটো বৰ আচৰিত ধৰণে ঘটিছিল।

দিনটোৰ দৌৰাদৌৰিৰ অন্তত এভাগ মানুহ শুইছিল। শুইছিল মানে আৰু সঁচাসঁচি অৰ্থত শোৱা নহয়। মাত্ৰ চকু দুটা মুদি অলস-ভাৱে গাটো এৰি দিয়া যিটো অৱস্থা। যি য'ত পাৰে, চকিত, বেঞ্চত, মজিয়াত। বুঢ়া-বুঢ়ীবোৰে বিছনাবোৰ দখল কৰি ৰাখেই। এভাগ মানুহ শোৱা নাছিল। কামৰ শেষ নাই। ওৰে নিশা কাম চলে বিয়াত। ফ্ৰীজৰ দিন তেতিয়াও অহা নাই। গেচ, কুকাৰ, এইবোৰো নাই। মিক্সি, গ্ৰাইণ্ডাৰ, অভেন, এইবোৰ অহানো কেইদিন হৈছে? ক্যাৰ কাৰ ঘৰলৈ আহিছে। তামোল থুৰিয়াওতেই দুজনীমানৰ ৰাতি

কাবাৰ হৈ যায়। দুই-এক শেষনিশা ঘোঁৰা-বাগৰ একোটা মাৰি লয়। তেতিয়া স্বাস্থ্যৰ কথা মানুহে ববকৈ নেজানিছিল। কিন্তু দুনিশা লেকাত মুগুয়ো হামি এটা নমৰাকৈ থাকিব পৰা স্বাস্থ্য মানুহৰ আছিল।

কাৰোবাৰ দুৰ্বুদ্ধি খেলালে। খেলাবই। মই গেবাৰী খাটি মৰিম। আৰু তুমি নাকত খোৱাতেল দি শুবা। ওঁহু। সেইটি নেচেল। দিলে ফটা মুঠিৰে এমুঠি কৰকৰীয়া পাটনাই জলকীয়া জালি গাঁতৰ দগ্‌দগীয়া অঙঠাত। বচ, অবিলম্বে আৰম্ভ হৈ গ'ল হাঁচি, কাঁহ, হাঁহি, গালি, ইত্যাদিৰ বিচিত্ৰ কোৰাচ। খং দপদপনিৰ লগত চকুপানী নাকৰ পানীৰ এটা অভিনৱ সংমিশ্ৰণ। কিন্তু কোনো দগাবাজ কেঁচা মানুহ নহয়। কোনো ধৰা নপৰে।

কাৰো আৰু শোৱা নহ'ল।

অগত্যা এজাক এনেই থাকিব নোৱাৰা ছোৱালীয়ে পিছফালে ৰভাতলিৰ এমূৰে কিবা-কিবি গোৱা আৰম্ভ কৰি দিলে। এইবোৰ গাব নেপায়। আতাজিৰ কড়া মানা আছে। গম পাব লাগিলে ৰাইখ নাই, ৰাইডাং বেত লৈ উঠি আহিব। শুই থকা আতাজিয়ে যেন নুশুনে। গুণ-গুণোৱাৰ দৰে। লাহে লাহে। পিছে মাতনো কিমান পৰ সৰু হৈ থাকে। আৰু এটা কথা। সকলো সময়তে সকলো আতাজিয়েই কথা শুনো বুলিলেহে শুনে। নুশুনো বুলিলে নুশুনাকৈ থাকিবও পাৰে।

প্ৰধানতঃ আৰু প্ৰথমে জিকিৰেই গাইছিল যদিও পিছলৈ পিছলি বিয়ানাম জোৰানাম খেলানাম আহি গৈছিল। এই গোৱা-মেলা কাৰবাৰটো মুছলমানৰ বিয়া আদিৰ অঙ্গ নহয় যদিও তাহানি একেবাৰে নাছিল বুলি ক'ব নোৱাৰি। লাই চৰি চৰি, সুতৰা লাইৰ' কাঁকে কাঁকে আলি-ফাতিমা, ইউচুফ-জুলেখা গোটেইবোৰ সোমাইছিল। আজি সেইবোৰ আৰু আমাৰ কাৰো মনত বোধহয় নাই।

বৰুয়া-চুকৰ কালৰ এগৰাকী আই আহিছিল বিয়ালৈ। একেবাৰে আলৰ বুঢ়ী। তিনিকুৰি দহৰ ওচৰে-পাজৰে হ'ব। আচলতে কেনেকৈ

কি লাগে কোনেও ভালকৈ নেজানে। মাইহঁতৰ লেটা-পেটা কিবা অকণমান কিজানি লাগে। কেও-কিছু নোহোৱা মানুহ। ইটো-সিটো বিচাৰি মাহেকে-পষেকে ওলায়হি। এনেকৈ আহোতে আতাজিয়ে বিয়াৰ কথা কৈ দাৱাত দিছিল। এসপ্তাহৰ আগত এক কাপোৰেই থকাকৈ ওলাইছিলহি।

পাটন'ই জলকীয়াৰ জাগৰ কোবত উঠি আহি তেৰোঁ পাট-গাভৰুহঁতৰ মেলত বহিছিলহি।

—এ, হেৰউ, তহঁতিনো এইমখা কিখন কৰিছ। হেৰউ, তাতোতকৈ তহঁতি ছুজনীমানে ছুপাকমান নাচ। মইয়ে গাওঁ। গাবলেও নেজান।

আয়ে গাবলৈ আৰম্ভ কৰিছিল। কি গাইছিল এতিয়া আৰু মোৰ মনত নাই। সুৰটো মাত্ৰ ৰিণিকি ৰিণিকি কাণত বজা যেন লাগে। নাচিবলৈ কোনো নাছিল। সৰু সৰু ছোৱালী ছুজনীমানে এনেই নচাৰ নিচিনা কৰি কঁকাল ঘূৰাইছিল।

—হেৰউ, এইমখা হ'বলা নাচন হ'ল। তালৈকে তামোল গছ বঢ়াদি বাঢ়িছ। চাওঁ ৰহ, মই দেখুৱাই দিওঁ। তহঁতি হেনেকে নাচিবি। তেহে পকিব।

আয়ে গাই গাই নচা আৰম্ভ কৰিছিল। গিৰিজনী হাঁহিৰ মাজত। আইৰো ভাল গা উঠিছিল। নিজকে ষোল বছৰীয়াজনী লগাকৈ।

আৰু চকুৰ পচাৰতে অঘটন ঘটি গ'ল।

তিনি কুৰি দহৰ ওচৰ-পাজৰ বয়স। সংসাৰৰ মাৰত জ্বলা-কলা, অপুষ্টি, পৰিশ্ৰম, অনিদ্ৰা। শৰীৰ আৰু মনৰ মাজত তাল-মিলৰ অভাৱ। জোৰেৰে পাক এটা মাৰি খাবা হ'বলৈ যাওঁতেই আই মাটিত ধলি পৰিল।

তৎক্ষণাত হুৱাহুৱা লাগি পৰিল।

—এই বিচ্ বিচ্।

—পানী আন, পানী।

—ধৰ ধৰ। আগে বিচনালৈ ল। ধৰ।

—লাহে লাহে। এই মূৰটো দাঙি ধৰ।

—চাদৰখন। চাদৰখন।

—ডাক্তৰক মাত অ'। আগে ডাক্তৰ।

—ডাক্তৰ আকৌ তাতহে আছে।

—ক'ত তাত?

টোপনি খতি হৈ গা-মূৰ বেয়া হ'ব পাৰে বুলি বিয়াৰ কেইদিন ডাক্তৰ মোমাইটি আমাৰ ঘৰতে ৰাতি থকাৰ ব্যৱস্থা হৈছিল। মইয়েই দৌৰ মাৰিলো চৰৰে আগত।

মোমাইটিয়েও লুঙিখনৰেই উধাতু খাই আহিছিল।

কিন্তু একো কামত নাছিল। হাত দি চায়েই মোমাইটিয়ে ইন্না লিল্লাহি অইন্না ইলাইহি ৰাজিউন পঢ়ি আইক ঢাকি দিলে। মূৰ জোঁকাৰি জোঁকাৰি আঁতৰি যাওঁতে মাত্র এটা শব্দই তেওঁ কৈছিল, —হাৰ্ট।

আইগৰাকী ঢুকাল। কেও-কিছু নোহোৱা অকলশৰীয়া মানুহ। বহুৱা চুকলৈ খবৰ গৈছিল গাঁও-বৰীয়াকৈ। ফৰ্ জে-কাফায়া বুলি জানাজালৈ সেই জামাতৰ দুজনমান আহি ওলাইছিল। দহ বজাৰ আগতে আইক দফন দিয়া হৈ গ'ল। মুছলমান মানুহ ঢুকালে লাচ বেছি সময় ৰাখি থ'ব নেপায়। যিমান পৰা যায় সোনকালে দফন কৰা আখেৰাতৰ বিবেচনাত ভাল।

বিয়া যথা নিয়মে চলি থাকিল। দুয়ো ঘৰত। একে ৰাগিয়ে। কইনা ঘৰত নাজিমা বাইটিক কইনা-গা ধুউৱাৰ সময়ত এফেৰামান কেণা লাগিছিল। দাদাইটিৰ কথা হ'ল—সেইবোৰ কোনখন কিতাপত লিখা আছে অ'। মিছামিছি ছোৱালীজনীৰ হয়ৰাণী—পেৰেছানীখন। ছুন্নত গোছল কৰক তাই। হ'ব। তাই নিজেই ভালকৈ জানে। খুৰীটিৰ কথা হ'ল—ছুন্নত-গোছল তাইতো কৰিবই। কোনেনো হকা-বাধা কৰিছে। কিন্তু দেশ-দস্তুৰ বুলি কথা এটা নাই নেকি। মানুহৰ চখ্ বুলি কথা এটা নাই নেকি। কেইদিনৰপৰা ইহঁতি আশা পালি আছে ৰং অকণ কৰো বুলি। আমি ধুই আহিছো। আমাৰ মাই

আইহঁতে থুইছে। আৰু কিনো বেয়া। ছোৱালীহঁতে অকণমান হালধি ঘঁহিব। হাঁহিব মাতিব। সধবা কেগৰাকীয়ে চাদৰ এখন ধৰি তেলকুৰ অকণ দি দোৱা কৰিব। আৰু ছোৱালীহঁতে কাঁহী এখন ফুৰাব। পাতি-পয়চা ছুটা পালে লুজন চেনীগুটি ছুটা কিনি খাব। কিনো ইমান বেয়াটো। ছুন্নত গোছল। তেনেহ'লে ছুন্নত তৰিকা মতেই নিকাহো কৰি দিব লাগিছিল। ইমান হেমগেম কেলৈ।

দদাইটিয়ে ভাল নেপালেও মৌনতা অৱলম্বন কৰিছিল। মূৰত টুপিটো লৈ বাটৰ ফালে ওলাই গৈছিল।

বিয়াৰ দিনা নিকাহৰ বেলিকাহে ভাল ধেমালিখন হৈছিল। উকীল আৰু সাক্ষীৰ বাবে ভৰ গাঁওখনত মানুহ নোলাল। যাৰেই নাম প্ৰস্তাৱ হয় তেৱেঁই হয় দৰা বা কইনাৰ আপোন। কোনোবাই ধেমালিতে ক'লে কাৰো ফালে টান নথকা মানুহ দিয়ক। নহ'লে পিছত উনৈশ-বিশ কৰিব পাৰে। লাগি গ'ল লেঠা। যাৰেই নাম বাছনিত মুঠক ইফালে বা সিফালে কিবা অকণমান লাগেই। ইফালে মানুহো হ'লে ভাল অলপমান ওজন থকা। শেষত গৈ বেলেগ জামাতৰ-লগুৱাবাৰী আৰু 'আঠখেলৰ টান নথকা মানুহ উকীল আৰু সাক্ষীৰূপে ল'ব লগা হ'ল।

জোনাবে মন্তব্য কৰিলে—আপোনালোকে ধেমালি কৰিবলৈ যাওঁতে কি সমস্যা কৰিলে চাওক। অথচ চাৰা ছুনিয়াত কোন কাৰ ৰিস্তেদাৰ নহয় কওক। আমি চবেইতো এক আদম-জাত। নিকাহত খোদ বাপেক যদি সাক্ষী হয় আৰু, আল্লাহ নকৰক, পিছত ফাঁচাদ যদি লাগে, চাচ্চা মুছলমান হ'লে বাপেকেও পো-জীৰ মুখলৈ চাই মিছা নেমাতিব। মুছলমানী তাৰিখত এনেকুৱা বহুত মিচাল আছে।

নিকাহ হৈ গৈছিল। জোনাবে সুললিত কণ্ঠে নিকাহৰ খোত্‌বা পাঢ়িছিল। আৰবীতে। জোনাব কাৰীও। তাৰ পিছত চোহ্‌ৰা বিলাই দিয়া হৈছিল।

দৰা-ঘৰীয়া মানুহখিনিক খুৱাওঁতে-বুৱাওঁতেহে বহুত সময় যায়। প্ৰথম আহি পাওঁতেই চাহ-মিঠাই এইবোৰ। আকৌ তাৰ পিছত

ভোজ-ভাত। বিধে বিধে ভাগে ভাগে খুউৱা হয়। অতি সাৱধানে সসন্মানে আল-পৈচান ধৰা হয়। সামান্য ত্রুটিও যাতে ক'তো হ'ব নোৱাৰে। এখন দস্তৰখানা চুবাৰ পৰাৰ দৰে ভুল। দুয়ো ঘৰৰে ইজ্জতৰ প্রশ্ন জড়িত থকা বুলি গণ্য কৰা হয়।

আৰু এই গোটেই সময়খিনি বৰ আহুকালত কটাব লগা হয় দৰাই। সভা ভগাৰ পিছত গাড়ীলৈ বৈ থকা সভাপতি নির্দিষ্ট বক্তাৰ নিচিনা। দৰাখানা বেলেগে পিছত হয়। তামুলী আৰু বচা-বচা লগৰীয়াসকলৰ লগত একেলগে বহি হাঁহি ধেমালিৰ মাজত খায়। এটা স্বতন্ত্র বর্ণাধ্য অনুষ্ঠান। গোটেই নিশা এই অনুষ্ঠানৰ বাবে নানাধৰণৰ খোৱাবস্তু ৰন্ধা-বঢ়া হয়। দৰাখানাৰ কোঠালিটো বেলেগ ধৰণে সজোৱা হয়। ৰাজসিক কাৰবাৰ, ইলাহী কাৰখানা, দৰা নহয় যেনিবা একদিঁন-কা-বাদশ্বাহ।

কিন্তু খানা সাজু হোৱালৈকে মাজৰ সময়খিনি বপুৰাই বৰ হামিয়াই-হিকটিয়াই কটাব লগা হয়। সেই কাৰণে কইনা-ঘৰীয়াই পৰাখিনি পক্ষত দৰাই লগৰীয়াৰ লগত বহি-মেলি সময় কটাবলৈ এটা আচুতীয়া কোঠালি অজৰাই দিয়ে।

দৰাখানাৰ অনুষ্ঠানটো বৰ আমোদপূর্ণ আৰু মনত থাকি যোৱা বিধৰ হয়। দৰা-তামুলি থাকে, বচা-বচা ডেকা বন্ধু জনচেৰেক থাকে। বিবাহিত বা কিশোৰবো তাত ঠাই নাই। মানুহে কয়েই বোলে দুবাৰ দৰাৰ লগত বহাজন তৃতীয়ত নিজে দৰা হৈ বহে। কইনাঘৰে সাধ্যই কুলাই মানে বিধে বিধে খানা তৈয়াৰ কৰে। দদাইটিৰ ভাষাত সেইযে কিচিমেই কিচিম। কি মজাদাৰ খানা, ইট্টিকে খাবা নে সিট্টিকে খাবা। মাংস-পৰোঠা, মাংস-পোলাও, বিৰিয়ানি, কোপ্তা, কোৰ্মা, কালিয়া, কেক, মিঠাই, কাষ্টাৰ্ড, চালাড, আনকি চাকৃচুক ভজাও বাদ নপৰে। টেঙাৰ নাম-নিচান নেথাকে, ৰবকৈ খোচামতি কৰিলে পকা জলকীয়া এটা কোনোবাই পালেও পাব পাৰে। তাকো টিপতে, আজিকালি দৰাই কেক-কটাটো এটা বেলেগ বিয়াজ হৈছে। লুকুৱাই খোৱা চুৰি বিচাৰি দৰা গলদ-ঘর্ম হয়। বাজীত হাৰ মানি কেতিয়াবা ভৰিব লগা হয় ধন।

কইনা ঘৰীয়াই নিবৰ সময়ত এখন ভাল উছলি-মুছলি লাগেই। উছৰ্গাৰ মাল-পত্ৰবোৰ দৰা-ঘৰীয়াই চম্‌জি-মেলি লয়। ছাবি-জোঁটা চমজাই দিয়ে। গাড়ীত তোলা হয়, চকি, মেজ, পালেং, ট্ৰাঙ্ক, আনকি ডেক্‌চি-কেৰাহী পৰ্যন্ত। সাধাৰণতে এই গোটেই কামখিনি দৰাঘৰীয়াই নিজা ৰবীয়াকৈ কৰে। কইনা-ঘৰীয়াই চাইহে থাকে। কুটা এগছ গুচায়ো হাত-উজান নিদিয়ে। তাতে ধেমালি ওলায়। দৰাঘৰীয়াই ভুলতে ঠেং ভগা চকিতো হাত দি পেলায়। খটাসুৰ ল'ৰা থাকিলে পাকতে কইনাৰ আতায়েকৰ লাখুটিও নি তোলেগৈ। ভগা লেমো নেৰে। হাহিৰ খলক লাগে।

ইফালে সেই সময়ত ভিতৰত তামোল দিয়া পৰ্ব পূৰ্ণ উদ্যমত চলি থাকে। আচলতে এটা গতানুগতিক আনুষ্ঠানিকতা। দৰাই সন্মান আৰু চেনেহৰ পাত্ৰ-পাত্ৰীৰ বিচাৰত ওপৰৰ পৰা ক্ৰমাৎ তললৈ খিলি-তামোল দি চা-চিনাকি হয়। মান্যজনক তচলিম কৰি দোৱা লয়। সমানজনৰে বুকু মিলাই হাত মিলাই মোচাবাহা কৰে। সৰুজনৰ তচলিম লয়। দোৱা কৰে। তাৰ মাজতে উপহাৰ দিয়া-দিয়ি হয়। আঁতৰ ঘঁহাঘঁহি হয়। আৰু কইনাৰ মাক-বাপেকে আঙঠি পিন্ধাই ছোৱালী সঁপি দিওঁতে বৰ বুকুভেদি যোৱা পৰিৱেশ এটাৰ উদ্ভৱ হয়। ধৰ্মনৈতিক তাৎপৰ্য কিজানি এইবোৰ অনুষ্ঠানত বিশেষ একো নাই। কিন্তু মুকলিমূৰীয়া, গাত একো কথা নলগা, আনৰ ছাতে দিন কটোৱা এটা ডেকা এজনী গাভৰুক হঠাৎ আহি পৰা দায়িত্ব সম্পৰ্কে সচেতন কৰি তুলিবৰ বাবে প্ৰয়োজন নাই বুলিব নোৱাৰি। বৰ অন্তৰঙ্গ বৰ মিঠা এটা অনুষ্ঠান। কোনো বাদ পৰি যাব নোৱাৰে। কেনেবাকৈ বাদ পৰি গ'লে এটা বেলেগ ধৰণৰ আহুকলীয়া আৱেগিক সমস্যাৰ উদ্ভৱ হ'ব পাৰে। মাত-বোল আহ-যাহ পৰ্যন্ত বন্ধ হৈ যাব পাৰে। আমাৰ সমাজ যিমান উদাৰ সিমান স্পৰ্শকাতৰো।

—হ'ল নে। সকলো বস্তু উঠিল নে।

—কোৰাণ জীল। দৰাৰ আতায়েকৰ হাতত দে। য'তে ত'তে নথ'বি।

—কোৰানো দিছে ?

—দিবতো লাগিবই, কোৰান, জাই-নামাজ।

—নহয়। পঢ়া মানুহ নহ'লে কোৰান-মজিদৰ নিচিনা বস্তু সাউতকৈ দিয়া ঠিক নহয়। এফালে পৰি থাকে। বেয়াদপি হয়। বেয়া কথা।

—নাই। আমাৰ ছোৱালী তেনেকুৱা নহয়।

—আমাৰ দৰাও খুব পৰহেজগাৰ।

—চাও, শুচক, শুচক, কইনা আহিছে।

গাঁওখনৰ ভিতৰতে শকত-আৱত বলশক্তি থকা মানুহ বুলি সকলোৱে জনা কইনাৰ মোমায়েকে কোনো কেকোঁ-জেকো নকৰাকৈ আয়াসতে ডাংকোলা কৰি নাজিমা বাইটিক উলিয়াই আনিলেই। এনেকৈ নাৰ্জিমা বাইটিও বেচ ওখ-পাখ গা-গাৰি থকা ছোৱালী। আঁহ-পাহ মুকলি। এতিয়া খমখমীয়া বনকৰা পাটৰ মেখেলা-চাদৰৰ মাজত নিচেই অকণমানজনী যেন লাগিছে। কেৱল ওলাই থকা গঢ়িত হাতৰ ঠাৰিত গাম-খাৰু জিকমিকাইছে। পাঁজিসেৰীয়া আঙুলিত শেন-পতোৱা আঙঠি। কইনাই কান্দিছে। গুন-গুনুন করুণ সুৰত। খুৰিটিয়েতো জোৰোণৰ পিছৰপৰাই মাজে মাজে কান্দিয়ে আছে। এতিয়া কইনাৰ পিছে পিছে আহি বাৰাণ্ডাতে বহি পৰিছে। কান্দিছে। আৰু কোনোবাই কোনোবাই কান্দিছে। দদাইটি ওচৰে-পাজৰে ক'তো নাই। কেনিবা আঁতৰি অকলে আছেগৈ। দদাইটিৰ নিচিনা মানুহৰ মনৰ দুখ বুজিবলৈ বৰ টান।

—এই, এই। কি কৰিছ তইঁতি, কি ভেবা লাগি চাই আছ। মাৰ, দুৱাৰখন মাৰি দে, টানকৈ।

কোনোবাই চকুৰ পচাৰতে দৰামকৈ দুৱাৰখন মাৰি দিলে। বাহিৰৰপৰা ভেঁজা এটাও দিয়া হ'ল।

কইনা ওলাই যোৱাৰ লগে লগে ৰৰঘৰৰ দুৱাৰ বন্ধ কৰি দিব লাগে। নহ'লে হেনো ভিতৰৰ বস্তু এপদো নেথাকেগৈ। এটি এটিকৈ নোহোৱা হয়। কইনাৰ পিছ লয়।

ভিতৰত তেতিয়া কোনো নাই, সকলো ৰাস্তাত, গাড়ীৰ ওচৰত। ৰভাৰ তলত।

—ওঁ, যাব লাগে। দেৰি হৈছে, গাড়ী এৰি দিয়া।

—দৰা, দৰা উঠিলনে। দৰা ক'ত?

—উৱা, দৰা ক'ত। দৰা কেনি গ'ল?

ধান পুৰিয়া কঠাল পাতৰ আঁৰত লুকাল। চমকি লগোৱা তিৰবিৰাই থকা পাগুৰী, গুণাৰ বন-কৰা জিকমিকাই থকা চোগা-চাপকণ, মখমলৰ নেগেৰা জোতাৰে দূৰৰপৰা জিলিকি থকা ওখ-পাখ চাহেবৰ চেহেৰাৰ দৰা তিলিকতে নোহোৱা হ'ল। ঘটনাটো এনেকুৱা হৈছিল হ'বলা।

তামোল দি দি আমনি লগা দৰা তামোল দি উঠি অলপ জিৰাওঁ বুলি তেওঁৰ বাবে নিৰ্দিষ্ট কোঠাত তামুলীক লগত লৈ বহিছিলগৈ। যাবৰ হ'লে তেওঁক বিচাৰিতো আহিবই। এনেতে আচম্বিতে উত্‌লি-মুত্‌লি লাগিল। কইনাক ডাংকোল কৰি উলিয়াই নিলেই। সকলোৱে পিছ ল'লে। আৰু পিছ মুহূৰ্ততে দৰাম্— কোনোবাই দুৱাৰ বন্ধ কৰি দিলে। দৰা তামুলী ভিতৰতে থাকি গ'ল। ক'বও নোৱাৰি, চিঞৰিবও নোৱাৰি, ওলাবও নোৱাৰি।

বিদায়ৰ সময়ত সকলোৰে এজাউৰি হেঁপাহ পলুৱাই হাঁহি ল'লে।

বহুত দিনৰ মূৰত, হয়তো কুৰি বছৰৰ পিছত ডাক্তৰ মোমাইটিক কথাই কথাই ধেমালিৰ সুৰত সোঁৱৰাইছিলো—দৰা যে ষ্ট্ৰাণ্ডেদ্ হৈছিল। মনত পৰে নে মোমাইটি।

মোমাইটিয়ে হাঁহিছিল, তেওঁৰ সদা-প্ৰস্তুত হাঁহি। সকলো কথা সকলো দিশৰপৰা ভৱা মানুহ অপ্ৰস্তুত নহয়। মোমাইটিও কেতিয়াও অপ্ৰস্তুত নহৈছিল। —অন্ধ. বিশ্বাসৰ খেলাত চেপেটা বপুৱা দৰা মহাৰাজ। বুইছ প্ৰফেচৰ, আমাৰ সমাজৰ আধাৰ বেছি কাম-কাজৰ ধাৰ্মিক তাৎপৰ্য্য একো নাই। সামাজিক, সাংস্কৃতিক বা তেনে আন কিবা তাৎপৰ্য্যও একো বোধহয় নাই। কিন্তু এইবোৰৰ মূল্য কিবা আছে নে নাই, প্ৰয়োজন কিবা আছে নে নাই মই হ'লে আজিও ভাবি

উলিয়াব নোৱাৰিলো, তই পাব নে, ভাবিবিচোন। ডাক্তৰ হৈয়ো মই দেখোন একে আৰাবে কৈ দিব নোৱাৰো জলকীয়াৰ খাদ্য তালিকাত ঠাই নাই। বহুত কথাৰ তাৎপৰ্য্য আওপকীয়া।

মোমাইটিয়ে ভাবে। ভাবিব জানে। মই সিমান নেভাবো। হ'লেও সমাজৰ কাম-কাজ লৈ তেওঁৰ লগত তৰ্কবাজি কৰিছো বহুত বাৰ। কেতিয়াবা সঁচাই নিজৰ দৃষ্টিভঙ্গিৰ যুক্তিযুক্ততা সাব্যস্ত কৰিবলৈ গৈ তৰ্কৰ অৱতাৰণা কৰিব লগা হৈছে। কিন্তু বেছিৰ ভাগ ক্ষেত্ৰতে নিজে ভুলত থকা বুলি জানিও মাথোন মোমাইটিক জোকাই ল'বলৈকে তৰ্ক কৰিছো। সব সবকৈ ওলাই আহিছে মোমাইটিৰ অনেক অভিজ্ঞতাৰ অনেক চিন্তাৰ ফচল, সেয়ে মোৰ লাভ।

ডাক্তৰ মোমাইটি সিমান টিঙিৰি-তুলা হৈ থকা মই দেখাই নাই। মনত নপৰে। ডাক্তৰৰ যাদুৰ প্ৰথম মন্ত্ৰ ফাঁকিয়েইতো হ'ল এটা খোলা হাঁহি আৰু মোমাইটিৰ মুখখনেই এটা স্থায়ী হাঁহিৰ চাব-মোহৰৰ দৰে। আৰু হাঁহিটো আছিল নিৰ্ভয় নিৰাপত্তা আশা আস্থা ইত্যাদিৰ এটা মুদ্ৰা। আচলতে মোমাইটিৰ এই খং উঠা কাৰবাৰটো আনৰ লগত নিমিলে। খং উঠিলে তেওঁ যিবোৰ কথা কয়, আনৰ, আনকি খঙৰ পাত্ৰৰো হাঁহি উঠি যায়। ফলত মোমাইটিৰ খং অথলে যায় অথবা তাৰ প্ৰতিক্ৰিয়া সৰ্ব-সাধাৰণ খঙৰ প্ৰতিক্ৰিয়াৰ দৰে নহয়। ঘৰৰ সৰু ছোৱালীজনীয়ে ডাঙৰ বাঁয়েক বা ককায়েকক খং কৰাৰ দৰে। খং দেখি হাঁহিব। হাঁহি দেখি খং চৰিব। খং চৰা দেখি হাঁহি ডাঙৰ হ'ব। হাঁহি ডাঙৰ হোৱা দেখি খং শেষত উচুপনিত পৰিণত হ'ব। মোমাইটিৰ বেলিকা যেনিবা শেষৰ এই উচুপনিৰ অধ্যায় বান্ধ-ভঙা হাঁহিৰ খলকনি হয়গৈ।

সেই হেন ডাক্তৰ মোমাইটিৰ সিদিনাৰ ফাঁই দেখি মইতো তাজ্জুপ। কিন্তু তাৰ আগতে···

এটা নিতান্ত মামুলি আৱেগিক ঘটনা। কিন্তু সঁচাকৈ মামুলি জানো। কাৰোবাৰ য'ত নোম এডালো নলৰে কাৰোবাৰ তাতে বুকুৰ ধপধপনি হয়। বয়সৰ কথা আৰু কিবাকিবি বহুত কথা। বিয়াৰ

পিছৰ প্ৰথম কেইমাহমানত এনেকুৱা কিবাকিবি সমস্যাৰ অভিজ্ঞতা বোধকৰো চব দবাৰে হয়। মোৰনো আৰু বেলেগ হ'ব কি।

আমাৰ চুবেইয়া এনেকৈ কবৰ হ'লে অকণমানো লেঠা-লগা বোৱাৰী নাছিল। হ'বৰ কাৰণো নাছিল। পঢ়া-শুনা ছোৱালী। তাতে কথাতে কয় নহয়—বোলে মাক ভালেই জীয়েক জাতি। আমাৰ শাহুআই বৰ লায়েক মানুহ বুলি সকলোতে ৰজনজনা। আমি সকবে পৰাই তেওঁলোকক জানো। তেওঁলোকেও আমাক। তাৰৈটি আমৈটি সম্বন্ধ। ঘৰ দুখনৰ সদায়েই ভাল আহ-যাহ দহবম-মহবম আছিল। ইঘৰৰ কুকুৰে সিঘৰৰ ছাগলী এটাকো ভৌ-নভৌৱায়। সাতে-সোতেৰে চুবেইয়াই ভাতচৰু দিয়াৰ দিনাৰপৰাই আমাৰ ঘৰখন গৰকি লোৱাত অকণো মস্কিল হোৱা নাছিল। এনেয়েও ঘৰ দুখনৰ ভিতৰুৱা আদব-কায়দা ৰীতি-ৰিয়াজবোৰ একে ৰাগিৰ। তাতে চুবেইয়া হ'লগৈ কামৰ ছোৱালী। এনেই বহি থাকিবলৈহে আহুকাল পায়। তিতা-কেঁহা লাগে। দেহ-মন কুটকুটায়। বি-এলৈকে পঢ়া। ভাবিব গুণিব জানে। বুদ্ধিমতী ছোৱালী, সমস্যা-বোৱাৰী হোৱাৰ কোনো অৱকাশেই নাছিল। সকলোতকৈ ডাঙৰ কথা হ'ল তেওঁৰ কোনো ধৰণৰ জিদ্ নাই। সকলো কথাই দ্বিতীয়-তৃতীয় আদি পুৰুষৰ দৃষ্টিকোণৰপৰা বিচাৰ-বিবেচনা কৰি চোৱাৰ আদত আছে। তাতোকৈ ডাঙৰ কথা আমাৰ ঘৰৰ মানুহবোৰৰ হইাঁত কোনো কাপৰ্ণ্য নাই। সৰু জাকৰতো কথাই নাই। সঁচা হাঁহি আৰু সমস্যাৰ সহবাস নঘটে।

মোৰ হওঁতে চোভা আছিল আমাৰ মাইক লৈ। মাই সমস্যা-শাহু হ'লেও হৈ যাব পাৰে নেকি। মাই আছিল চিধা-চিধি ক'বৰ হ'লে হাড়লৈকে পাৰ্‌ফেক্ট্‌চনিষ্ট মানুহ। বাৰ বজা বুলি কলে মায়ে বাৰ বজা বুলিয়ে বুজি পায়। আৰু সেই মতেই মায়ে ঘৰখন চলাইছিল। সকলো কাম কথাবতৰা নিয়মিত নিয়াৰিকৈ চুলিডালৰ হেৰফেৰ নোহোৱাকৈ চলিবই লাগিব। নিজৰ কামতো কোনো হৌহকা-পিচলা নাছিল। আৰু আমাবো তবণি হেৰুৱাই দিছিল। আৰু কাম বুলি কাম। মাইৰ মতে চিত্ৰল মৰাৰপৰা পিতল খুদালৈ চব কৰিব

নোৱাৰিলে মানুহ কিহৰ মানুহ। ববাই ধেমালি কৰি আমাক কৈছিল— কামবোৰ সময় বুজি ঠিকেঠাকে কৰি যাবি। পচুলিৰ বনগুটি কেদাল উঘালিলেও এডালো যেন থাকি নেযায়। ঠুঁটিলৈকে উঘালিবি। মাৰৰ বকনিখন খায় কেলৈ। তহঁতৰ যিজনীহে মাৰ। মই ছুৰিলো, এদিন কেলৈ বহিলো। মৰিবৰ হ'লেও এইকালে কাকো এক লহমাও লেহেম কৰিবলৈ নিদিব হেনহে পাওঁ। ঘৰী চাই থাকিব।

আৰু মাইৰ কি ৰঙা পৰি যোৱা খং। উচাট মাৰি কয়—কথা মুশুনিছা। মানুহৰ জিভা পিছে বৰ পিছল বস্তু একা। বৰকৈ চলিলে চিলিপ্ খায়। আৰু অঁ তো। কোনোবাই যদি আজৰাইলক বহুৱাই থৈ অকণমান শুই ল'ব খোজে ক'ব হ'লে নোৱাৰিছো। আমি হ'লে চিতাপঙ্ যাম। আল্লাই বান্ধি থোৱা সময়ৰ চুল্‌মানো ইফাল-সিফাল নহ'ব।

ববায়েই সদায় যুদ্ধ-ক্ষেত্ৰ এৰি যায়।

আমি তেনেকৈয়ে ডাঙৰ হৈছিলো। মাইৰ কৰ্ম ক্ষমতা তথা দক্ষতা আমাৰ বাবে সদায় আশ্চৰ্য্যৰ আৰু অনুপ্ৰেৰণাৰ বিষয় আছিল।

তেনে এজনী মানুহে বোৱাৰী গৰকিবলৈ যাওঁতে আউল লাগে বুলি মোৰ ভয় আছিল। শাহুৱে মোক বান্দীৰ নিচিনাকৈ খটুৱায় বুলি কোনোবাই এবাৰলৈ ভাবিবলৈ হ'লে হ'লেই নহয় আৰু। খুট-খাট। চকু-পানী নাকৰ-পানী। নেখাওঁ।

পিছে সমস্যা হ'ল আন ধৰণৰহে। সমস্যাই। পিছে মই নভবা ধৰণৰ। সৰুৰেপৰাই দেখি আহিছো, মাই তো কেতিয়াও কাৰো খেজমত লোৱাত নাই। ফজৰৰ আজান দিওঁতেই উঠিবই। মুখ-হাত ধুই অজু কৰি নামাজ কেই ৰাকাত পঢ়িব। অলপ কোৰাণ-মজিদ তিলাৱত কৰিব। খন্তেক তচবীহ ল'ব। বচ্। তাৰ পিছত বিহাখন— হয় বিহা, মাইহঁতে নিজে বৈ লোৱা বিহা পিন্ধিছিল, বিহাখন খোচ মাৰি লৈ যোল-বছৰীয়াজনীৰ নিচিনাকৈ লাগি যাব ঘৰুৱা বনত।

চুবেইয়াই মন কৰিছিল। বুজিছিল, এইজনী মানুহে হুকুমো নচলায়। বাটো নেচায়। এওঁৰপৰা কাম কাঢ়ি ল'ব লাগিব। সেয়ে

যি কোনো কাম মায়ে হাত দিয়াৰ আগতে কৰি থ'বলৈ যত্ন কৰিছিল। ছুয়ো ছুয়োকো বুজি গৈছিল। আৰু অচিৰেই বুজাবুজিও হৈ গৈছিল।

ভিতৰ মহলৰপৰা হঁাহিৰ সঘন শব্দ ভাঁহি আহিছিল এজাক ষোড়শী গোট খোৱাৰ দৰে। কিছুমান মানুহক বয়সে বুঢ়া কৰিব নোৱাৰে। আকৌ কিছুমান মানুহক বয়সে আনাৰী কৰিও ৰাখিব নোৱাৰে।

সেই সময়খিনিত মোৰ কিন্তু ভাল দিগদাৰ হৈছিল। হওঁতে তেনেকুৱা দিগদাৰ হয়েই আৰু। ভিতৰৰ ফালে সঁচাকৈ কিবা বিশেষ দৰকাৰত গ'লেও কোনোবা একালে কাৰোবাৰ কৌতুকপূৰ্ণ ছুষ্ট মিচিকি চিকমিকাবই।

—কেকা? কাক? বৌক বিচাৰিছা নেকি? বৌ নানাজানৰ ওচৰত আছে। তামোল খুন্দি দিছে।

—মাৰিম এক থাপ্পৰ।

—হি-হি-হি।

আতাজি তেতিয়া নিৰ্ঘাত মচজিদত। আচৰৰ ৱক্ত।

মোক যেন দেখাই নাই এনেকুৱা নিমাখিত ভাবত কোনোবা এজনীয়ে কোনোবা এজনীক বেছুচ হৈ ক'ব—

—উহ। কি গৰম। মোৰ কইনাই দিয়া ৰুমালখন কি হ'ল? ইমান যে ঘামিছো পাই।

—চৰ খাবি।

—হি-হি-হি।

আনকি খোদ মায়েও জোকায়।

—খাবলৈ মাতি থাকিলেও পঢ়া টেবিলৰ পৰা কেটকুট নকৰা মোৰ ল'ৰাটোৰ কি জানো হ'ল। ঘনে ঘনে পাকঘৰৰ পিনে পাক। জানো, ভোকেই বেছি হ'ল নে আন কিবাই হ'ল......

অগত্যা মই পৰাখিনি পক্ষত আগফালৰপৰা ভিতৰমুৱা নোহোৱা হৈছিলো।

লাহে লাহে ঘৰখনৰ আলহি-তুলহি কমি কমি প্ৰায় নোহোৱা হৈছিলগৈ। লেখকৰ মানুহখিনি আৰু দুজনী ভাগিন ,আছিলগৈ। মায়ে সিহঁতক ধৰি-বান্ধি ৰাখি থৈছিল পঢ়ুনো খতি কৰায়। ন-ছোৱালী থিতাতে অকলশৰীয়া হ'লে বেয়া পাব পাৰে, দুদিনমান ৰচোন বুলি। ভাগিন দুইজনী পহিলা-নম্বৰী মজলিচী। য'তেই থাকক ঠাইখন ভৰপূৰ কৰি থাকে। ৰ'দ দিলেও হাঁহে। বতাহ মাৰিলেও হাঁহে আৰু বৰষুণ দিলেও হাঁহে।

দেওবাৰৰ দুপৰীয়া। মই আগফালে পোৰ্টিকত বহি আছো আলোচনী এখন লৈ।

হঠাৎ ভিতৰ ফালৰপৰা কিবা-কিবি বৰ জৰুৰী সুৰৰ কথা ছিগা-ভগাকৈ আহি কাণত পৰিল।

—আই। আই। এইফালে আঁহাচোন। মামীটিয়ে···

—এই। মামাক মাত। মামাক। মামা ক'ত?

—নেমাতিবি। মামাক নেমাতিবি। নেলাগে।

—কি হ'ল? কেলৈ কান্দিছে। মামীটি? তই কিবা ক'লি নেকি?

- মই কি কৈছো? মই বুজিয়ে নাই পোৱা। মামীটি আমি কিবা কৰিলো নেকি। মামীটি?

মাই আৰু মই দুয়ো প্ৰায় একেলগেই আমাৰ কোঠালিত সোমালোগৈ উধাতু খাই। মই হতবাক, ব্যতিব্যস্ত, বিমূঢ়, উদ্বিগ্ন। মাই কিন্তু নিৰ্বিকাৰ। মুখত কোনো চিন্তাৰ চাপ নাই।

ৰেডিঅ'ত এটা অসমীয়া গান বাজি আছে। বিছনাত চুৰেইয়া। গাৰুত মুৰ গুজি পৰি আছে। উচুপনিত গাটো কঁপি কঁপি উঠিছে। ভাগিন দুজনী ইতস্ততঃ থিয়দি। অপ্ৰস্তুত। অকাৰণত দোষী দোষী। মেহেঙা-মেহেং।

মই কিং কৰ্তব্য বিমূঢ়। অনভিজ্ঞ।

কি হ'ব পাৰে।

আমি ঘৰত আটাইবোৰে লগে ভাগে বহি হাঁহি-মাতি ভাত

খাওঁ। মায়ে ন-ছোৱালীকো ওচৰতে বহুৱাই লোৱা কৰিছে। নিজৰ কাঁহীৰ ইটো-সিটো যাচি থাকে। ভাগিনহঁতে মুখ টিপি হাঁহে।

—আজিকালি আয়ে আমাক নোপোচেই।

—তহঁতক দিলেনো হ'ব কি। জী-নাতি বোলে জপনা কাটি।

—পো-নাতি আহকচোন আগে নানী।

এক জাউৰী হাঁহিত চুৰেইয়াৰ মুখ লাল।

সিদিনাও চুৰেইয়াই হাঁহি-মাতিয়েই ভাত খাইছিল। হঠাৎ কি হব পাৰে। আলম এটাৰ আশাত মাইলৈ চালো।

মাইৰ চেহেৰাত কোনো উদ্বিগ্নতা নাই। বৰং তুষ্ট হাঁহি এটাহে যেন কেনিবা-কেনিবি লুকাই আছে।

—মাই? কি হৈছে মাই?

—বুজা নাই। ক'ত বুজিবি। নাদান। তহঁতৰ নিচিনা ল'ৰাৰ বাবেইতো বোৱাৰীৰ নিচিনা ছোৱালীৰ জীৱনত সুখ নহয়। মোৰো তেনেকৈয়ে গ'ল। এইজনীৰো যাব। বাপেৰো যি, তয়ো সি।

—মাই। কি কৈছা তুমি এইবোৰ।

—মইতো আজি কেইবাদিনৰ পৰাই ভাবি আছো। তোৰ মনটোও চাওঁ বুলিহে মনে মনে তাপ মাৰি আছো। তলকা মাৰি। এতিয়া ভাতকিটা খাই বিছনাত বাগৰটো মাৰোঁতেই কাণত ঠহৰ ঠহৰকৈ পৰিল। এইটো বাজিছে। মানুহ কন্দুৱা সেইবোৰ। কাণ দিয়েই বুজিছিলো বোলো মেঘতো বাক্কৈয়ে গোটাই আছে। এতিয়া কোন ঘড়ি বৰষুণ আহে ঠিক নাই। পিছে আহিলেই। নেকান্দিবা চুৰেইয়া মা। ই নুবুজে। মই বুইছো নহয়। মই কাইলে তোমালোকৰ ঘৰৰ ফালে যাম বুলি একিন কৰিছো। তুমিও ওলাবা।

এজাক সাঁথৰৰ মাজত পেপুৱা লাগি বহি থকাৰ নিচিনা লাগিছিল মোৰ। দেৱতায়ে নুবুজে যাক তাত মানুহ কোন! মায়ে হাঁহিছিল। চুৰেইয়াৰ উচুপনি বাঢ়ি গৈছিল।

—হেৰ, তোকনো মই এনেয়ে আক বছৰ চেৰেকলৈ এইবোৰ

ঝেমেলাত সোমাব নেলাগে বুলি কৈছিলোনে। বোলো ওঁঠৰ গাথৰ আগে শুককচোন। বাপেৰৰহে যি উখচ্‌খচ্‌। হেৰ সেইটো শুনা নাই। বিনাই আছে। বন্ধ কৰি থ সেইটো।

ৰেডিঅ'ত তেতিয়াও বাজি আছে সেইযে—সন্ধিয়াৰ আকাশত বগলি উৰে আইৰে ঘৰলৈ মনতে পৰে—আৰু কি কি।

মাইৰ আওপকীয়া কথাবোৰৰ অৰ্থ বুজি মোৰ হাঁহি উঠি গৈছিল। মনৰপৰা বোজা এটা যেন নামি গ'ল।

ভাগিন এজনীয়ে ৰেডিঅ'টো এনেদৰে বন্ধ কৰি দিলে যেন ভীষণ জৰুৰী কাম এটা তৎপৰতাৰে কৰিব পাৰি তাই সন্তুষ্ট। এই এটা গানে আজি এযুগৰ ওপৰ অসমৰ ন-বোৱাৰীবোৰক কন্দুৱাই আহিছে।

ৰাতি চুৰেইয়াক অকলে পোৱাৰ পিছত জোকাইছিলো। আঠ-মঙলা খাবলৈ মানুহ কেনৈ যায় এতিয়াহে বুজিলো বুলি কৈছিলো। কৈছিলো আশী বছৰীয়া বুঢ়ীবো আমাৰ - ঘৰ মাকৰ ঘৰখনহে।

চুৰেইয়া কিন্তু অলপ বেলেগ ধৰণে গহীন হৈ আছিল। অস্বস্তি লগাকৈ। মই ভাবিবলৈ যত্ন কৰিছিলো মানুহ পৰিপক্ক হৈ অহাৰ এয়াই বোধহয় লক্ষণ। এইযে আত্মনিয়ন্ত্ৰণৰ চেষ্টা। ব্যক্তিত্বই ৰূপ ল'বলৈ ধৰিছে।

কিন্তু মোক অবাক কৰি দি,. সম্পূৰ্ণ নিৰস্ত্ৰ অৱস্থাত পেলাই দি, চুৰেইয়াই খন্তেক পিছত লাহে লাহে কৈছিল - তোমালোকে কিন্তু এটা ভুল কথা ভাবি আছা। মই ঠিক সেই কাৰণে কন্দা নাছিলো।

—উৱা। তেন্তেনো কান্দিছিলা কেনৈ ?

—পঢ়া-শুনা মন দি কৰিছিলো। নিজকে অলপীয়াকৈ হ'লেও শিক্ষিতা বুলিয়ে ভাবো। অথচ নিজক কাবুত ৰাখিব নোৱাৰা মানুহ শিক্ষিত হয় কেনেকৈ। এসোপা আৱেগৰ নামেইতো আৰু মানুহ নহয়।

ময়ো গহীন হৈ যাবলৈ বাধ্য হৈ গৈছিলো। এইজনী অলপ বেলেগ মানুহ। অধ্যাপকৰ ঘৰৰ-মানুহজনী বুলিয়েই এওঁ সন্তুষ্ট হ'ব নোৱাৰিব।

—তুমি ঠিক কি ক'ব খুজিছা মই নাই বুজা, চুৰেইয়া।

—ঢোৱা। মাকৰ ঘৰলৈ মনত পৰিলে বেয়া লাগিবই। তাতে ওপজা ঘৰখন যেতিয়া একেবাৰেই এৰি আহিব লগীয়া হয়। কিন্তু আমাৰ সমাজ ব্যৱস্থাত এইটোতো এটা সাধাৰণ বাস্তৱ। ভাল নে বেয়া নকৈয়ো ক'ব লাগিব, এই ব্যৱস্থা থকালৈকে ইয়াক সহজভাৱে লব পাৰিব লাগে। বিয়াত সম্মতি দিওঁতেইতো এইটো স্বীকাৰ কৰি লোৱা হয়।

—সেইবোৰ বুজিলো বাৰু। কিন্তু···

—কিন্তু মইতো কান্দিব খোজা নাছিলো। কান্দি মনৰ বোজা পাতল কৰা কথাটো এক প্ৰকাৰৰ হাৰি যোৱা কথা। দুৰ্বল মনৰ কথা। অথচ মোৰ চকুপানী নিজে নিজে মোক অস্বীকাৰ কৰি ওলাই আহিছিল। ইমান দুৰ্বল হ'লো কিয়। নিজৰ ওপৰত খং উঠিছিল আৰু খঙতে কান্দিছিলো। তুমি মোক ভুল নুবুজিবা। ঘৰলৈ যাবলৈ নেপাই মই নাই কন্দা। মায়ে বা কি ভাবিছে। ভাবিছে ছাগৈ মই কান্দি ৰণ জিকিব খোজা মানুহ।

—চোব্‌হানাল্লাহ, চুৰেইয়া, আমাৰ প্ৰিন্সিপাল চাৰে গ'ম পালে দেখিছো মনস্তত্ত্বৰ প্ৰফেচাৰ কৰিহে এৰিব।

পৰিৱেশটো পাতল কৰি দিবলৈ যত্ন কৰিছিলো যদিও মোৰ অৱস্থাটো তেতিয়া কীটছ্‌ৰ সেই অন্ ফাৰ্ষ্ট লুকিং ইন্‌টু চাপ্‌মেনচ্‌ হোমাৰ।

মোৰ বৰ ভাল লাগিছিল।

আমাৰ সমাজত নাৰীক স্বতন্ত্ৰভাৱে বিকশিত হ'বলৈ পৰ্য্যাপ্ত সুযোগ দিয়া নহয়। পুৰুষেইনো তেনে সুযোগ পায় কিমান। কিছুমান অদৃশ্য সূতাই তেওঁলোকক এটা বিশেষ স্তৰত বান্ধি ৰাখি দিয়ে। চুৰেইয়াৰ এটা বিকাশোন্মুখ ৰূপ মই দেখিছিলো। মোৰ ভাল লাগিছিল। মোৰ সেয়া সৌভাগ্য। চুকুৰ আল্‌হামদু লিল্লাহ। ভাল আচলতে আৰু এটা কাৰণত লাগিছিল। আচলতে মাইৰ বাহাদুৰি অথলে গৈছে। তেওঁ একো বুজি পোৱা নাই। ছেগ

বুজি কায়দা কৰি মাইক পাকৰাও কৰিব পৰা যাব। মোক পাত্তাই নিদিয়াৰ জবাব।

আৰু অঁ। ডাক্তৰ মোমাইটি ঠিক সেইদিনাই আবেলি আমাৰ ঘৰলৈ আহিছিল। কি তামাম ফাঁই। টিভিৰি তুলা একেবাৰে। মই বোলো আজি পালে কিহে। গোটেইখন দেখোন আৱেগৰ পোহাৰ। এইফালে যদি পানী সেইফালে জুই। ৰঙামাটি গুৱাহাটী।

মোক বহুৱাই লৈ মোমাইটিয়ে দস্তুৰমত লেকচাৰ আৰম্ভ কৰি দিছিল একেবাৰে।

—তই মোক ক প্ৰফেচৰ। তহঁতৰ প্ৰগতিশীল আধুনিক চিন্তাধাৰাই কি কয়। নে ইও এক সংস্কৃতিৰ অভিনৱ পৰিক্ৰমা নে ক্ৰান্তি নে উত্তৰণ নে কি কৱ তহঁতে সেইবোৰ।

—মই একো বুজি পোৱা নাই মোমাইটি। এই, চুৰেইয়া, চাওঁ এইফালে। মাইক কোৰাঁচোন, ডাক্তৰ মোমাইটি আহিছে। আৰু চাহ-তাহ···

—মাৰ গুলি তোৰ চাহ-তাহ। আগে শুন। আৰু এটা ফয়চলা দে।

—কোৱা মোমাইটি।

—তই যদি চাদিক দিলেৰে ফি'চাবিলিল্লাহ্ বুলি কিবা এটা কৰিব খুজিছ, কৰ। কোনো আপত্তি নাই। নে আছে?

—আল্লাৰ ৱাস্তে?

—ওঁ?

—জৰুৰ নাই।

—এতিয়া, তোৰ এটা নঙঠা মতলব আছে। তই এইবোৰ কৰিবি কিয়। ধৰ্মক মতলবৰ মাজলৈ টানি আনিবি কিয়।

—অৰ্থাৎ মোমাইটি?

—এইবোৰ পৃথিৱীৰপৰা ইমান উঠি যোৱা কথা হয়নে নহয়। ইমান উঠি যোৱা মানেইতো কিয়ামত?

—সেয়াতো হয়েই। পিছে মই যে একো বুজিকে পোৱা নাই।

—মুবুজিবি কেলৈ। একেবাৰে চাফ পানীৰ নিচিনা কথা। আমাৰ সেই কৰ্দৈগুৰিৰ হাচিমত কম্পাউণ্ডাৰৰ নাতিয়েক ৰহিমতক চিনি পাৱ নে?

—পাওঁ।

—কি চিনি পাৱ?

—পাওঁ আৰু। মানুহটো চুটি-চাপৰ। পিছে হাতবোৰ অলপ দীঘল দীঘল। অলপ মুধা-ফুটা টাইপৰ মানুহ। কিবা-কিবিৰ মেম্বৰ-চেম্বৰ হয়। লোকেলবোৰ্ড আৰু কি কিৰ। শ্বিলঙলৈ আহ-যাহ সঘন। ঠিকা-ঠুকলি সেইবোৰ আছে। আৰু কিবা-কিবি। মুঠতে ভাল ধনী মানুহ। আৰু ধন থাকিলে বাকীবোৰ কথা···

—অঁ। আৰু সেইখিনিৰ পৰাই তহঁতৰ অভিনৱ সংস্কৃতিৰ চুৰু। ধৰ্মৰ নতুন ধাৰণা। সেই ৰহিমতে তাৰ ঘৰত বৰা-খানা পাতিছে। ৰাতিপুৱাৰ পৰা ৱাজ-নচীহত হ'ব। আৰু খোৱা। আমাৰ গোটেই এলেকাটোৰ আঠ-ন'খন গাঁৱৰ জামাতক দাৱাত কৰিছে। সেইমতে যোগাৰ-যাতিও কৰিছে। ইমান আহল-বহলকৈ ভোজ আজিকালি নহয়েই। আমি সৰু থাকোতে হৈছিল। তেতিয়া পিছে মানুহ তেনেই তাকৰীয়া আছিল। আৰু বস্তু-চামানো আছিল ওৱাদানী।

—কেলৈ মোমাইটি, কিনো বেয়া কথাটো হৈছে। জামাতখন একেলগ কৰিব খুজিছে। দোৱা বিচাৰিছে। কিনো বেয়া হৈছে। জামাত লগ লাগি আল্লাহৰ দৰ্গাহত হাত পাতিলে কি নহয়। খৰাং বতৰতো বৰষুণ নামে। আল্লাহে দিছে। আল্লাহৰ ৰাস্তাত খৰচ কৰিছে।

—ৰ'বি, ৰ'বি, ৰ'বি। কি বুলিলি মাজতে সেইষাৰ? আল্লাহৰ ৰাস্তাত। ছঃ, আল্লাহৰ ৰাস্তাত! সি মোক দাৱাত কৰিবলৈ আহিছিল। দাৱাত হলেইতো তই আৰু সাউত কৰে কবুল কৰি ল'ব নোৱাৰ। ৱাজা জানিব লাগিব। একিন জানিব লাগিব। কায়দা

কৰি কুছুলিয়াই কুছুলিয়াই যি বুজিলো তাৰ একমাত্ৰ মতলব হ'ল মানুহখিনিক তাৰ ঘৰত গোট খুউৱা। উগাৰি যোৱাকৈ খুৱাই মাত মাতিব নোৱাৰা কৰা। কিবা এটা ভোট আহি আছে হেনো। অলপ বুজন বিধৰ। দৰ্কাৰ হ'ব। আৰু সেইটো ভোটত এবাৰ জিকিলেই হেনো এইবোৰ খা-খৰচ নাম-নাচ যেন হৈ যাব। এতিয়া তই ক, প্ৰফেচৰ। কিবা মানে হয় নেকি। মই তাক চাফ কৈ দিছো, বেমাৰী-চেমাৰী ওলালে মই নেযাওঁ। আৰু আল্লাহে কৰাত মোৰ বেমাৰী থাকেই। অৱশ্যে মই মুনাজাত কৰোতে সদায় আল্লাহক খাটো মানুহৰ যেন বেমাৰ-আজাৰ নহয়। বেমাৰ হোৱাতকৈ মানুহৰ দুখৰ কথা নাই অ'। আৰু মানুহ কিমান বেমাৰী তইঁতে নেজান।

মোমাইটিৰ আক্ষেপৰ কাৰণ মই ঠিকেই বুজিছিলো। এটা সঁচা আৰু গুৰুত্বপূৰ্ণ কাৰণতে তেওঁ যে অসন্তুষ্ট হৈছে সেই কথাও বুজিছিলো। ৰাজহুৱা জীৱনত মানুহৰ কাম-কাজ ঘাইকৈ নেতাৰ কাম-কাজ যেতিয়া স্বাৰ্থপূৰ্ণ হয় তেতিয়া দেশৰ জাতিৰ অকল্যাণ হয়। তথাপি মোমাইটিক জোকাই লোৱাৰ ফয়দা অনেক। সেয়ে ক'লো—

—কিন্তু মোমাইটি, মজলিচ মেহ্ফিল এইবোৰতো খুব এটা বেয়া বস্তু নহয়। মানুহ গোট খোৱা, মানুহে লগে-ভাগে খোৱা-লোৱা কৰা, এইবোৰতো ভালেই। মিল-মোহব্বত বাঢ়ে। তুমি এজনৰ স্বাৰ্থকে ডাঙৰ কৰি চাইছা। আজিকালিয়ে মানুহ ক্ৰমাৎ গাইগুটিয়া হৈ গৈ আছে, সেইটোলৈ চোৱা নাই। তোমালোকেওতো আগতে ৰাজচনী পাতিছিলা। আজিকালিহে নোহোৱা হ'ল। ক'ৰবাত ক'ৰবাত এতিয়াওতো হয়।

—অ'ই প্ৰফেচৰ। এই কাৰণেইতো তইঁতৰ ওপৰত মোৰ খং। তইঁতৰ চাম মানুহৰ ওপৰতে খং। তইঁতে কিবা এটা সিদ্ধান্ত লোৱাৰ আগত খৰচি মাৰি ভাৱি-চিন্তি নেচাৱ। হুজুগত দিয় কৈ এষাৰ, কৰি পেলাৱ খচং কৰি এটা। ছাঁ এটা বাঘ এটাৰ নিচিনা দেখিলেই হয় লগাৱ হৈ-হাল্লা নহয় নেগুৰ দাড়ি চেকুৰ। হেৰ সেইটো বাঘৰ নহয় মেকুৰীৰো ছাঁ হ'ব পাৰে। আনকি গছৰ নিৰামিষ ঠানি এটাৰো ছাঁ

হ'ব পাৰে। ইফালে কত সঁচাসচি বাধক ছা বুলি উকুৱাই দিয় তাৰ খবৰ তহঁতৰ নাই। হেৰউ ৰাজচনীৰ তহঁতে কি জান।

নজনা নহয়। ভুলকৈয়ে হওক শুদ্ধকৈয়ে হওক জানো। জানিছিলো। আধাআধিভাৱে হলেও। ইয়াৰ উদ্ভৱ আৰু বিকাশ সম্বন্ধেও মোৰ এটা সাধাৰণ ধাৰণা আছে। অসমীয়া মুচলমান মানুহৰ দৈনন্দিন জীৱনত সমন্বয় আৰু সংমিশ্ৰণ প্ৰক্ৰিয়াটো ইমান ব্যাপক আৰু গভীৰ যে গভীৰ অধ্যয়ন আৰু গৱেষণাৰ ই অৱকাশ ৰাখে। কিন্তু এই কাম অচিৰে হৈ উঠাৰ সম্ভাৱনা নাই। যেতিয়া হব তেতিয়া যেই তিমিৰে সেই তিমিৰে। কিম্বদন্তি জনশ্ৰুতিৰ জংঘলত খেপিয়াই ফুৰাৰ পুৰণি কাৰবাৰ।

ডাক্তৰ মোমাইটিহঁতৰ লৰালি কালৰ ৰাজচনীৰ বিষয়ে মই বিশেষ একো জনাৰ কথা নাই। কিন্তু আমাৰ নিজা লৰালি কৈশোৰৰ ৰাজচনীৰ স্মৃতি মচা যোৱা নাই। এতিয়া নোহোৱা হ'ল। নোহোৱা হোৱাটো ভালেই হ'ল নে বেয়া হ'ল সেইটো এটা বেলেগ আলোচনাৰ বস্তু। সময়ৰ হাতৰ বুলনিত পৰিবৰ্তন, অন্তৰ্ধান, আবিৰ্ভাৱ এইবোৰ প্ৰক্ৰিয়া ঘটি থাকিবই। সময়ৰ পৰশে মূল্যবোধৰ মৃত্যু ঘটায়। নতুন মূল্যবোধৰ জন্ম দিয়ে। সমাজকৰ্মী, সংস্কৃতিকৰ্মীৰ এইখিনিতে কিছু দায়িত্ব থাকে। সেয়া তেওঁলোকে পালনো কৰে। কেতিয়াবা শুদ্ধকৈ। কেতিয়াবা ভুলকৈ।

এইবোৰকে ভাৱি ভাৱি বহি আছিলো।

ৰাজচনী শব্দটোৱেই কিবা পাক লগা। আচলতে বোধহয় এইটো কোনো শুদ্ধ বা সিদ্ধ শব্দ নহয়। আচল শব্দটো কি জনাৰ একো উপায় নাই। চিৰ্নী বুলি এটা শব্দ প্ৰায়ে ব্যৱহাৰ হোৱা দেখা যায়। ধাৰ্মিক বা সামাজিক বিশেষ বিশেষ অনুষ্ঠানৰ অন্তত গোট-খোৱা মানুহখিনিৰ মাজত হালোৱা বা তেনে কিবা সুস্বাদু বস্তু বিতৰণ কৰা হয়। তাক চিৰ্নী বোলে। ৰাজহুৱা চিৰ্নী শব্দ দুটা গোট পিট খাই কিবাকৈ ৰাজচনীলৈ ৰূপান্তৰিত হলেও হব পাৰে। ভাষাতত্ত্বৰ মেৰপেচখিনি মোৰ আওতাত নাই।

গাঁৱৰ কোনোবা বৃদ্ধই লগৰ কোনোবা বৃদ্ধৰ আগত আচৰৰ বাদত মগৰীবৰ বাদত হয়তো উলিয়াব—

—এই হেৰি নহয় অ', কিবা কয় বোলে গুলচন। এটা কথা হৈছে অ'। আমাৰ জামাতৰ খেতি-বাতিখিনি চাপিল আৰু। আল্লাহৰ ফজলত আটায়ে ধান-মাহ কেইটা ভালেই পাইছে। নে কি কয়। এই হেৰি কৰা ভাল আছিল হবলা। নে কি কয়।

—কিহৰ কথানো কৈছাহে, কোৰবান ?

—আচ্ছালামু আলেইকুম্। বোলো কিহৰ মচ্‌লত হৈছেহে। আমাকো ভাগ দিয়া।

কথাৰ গোন্ধ পাই পিছৰপৰা চিৰাজ বুঢ়ায়ো কোবাই আহি যোগ দিয়ে।

—এ নহঁয় অ'। মই বোলো সেই গাঁৱৰ আফৎ-বালাই দূৰ হ'ব লাগে। পো-নাতিবোৰ হেফাজতেৰে থাকিব লাগে বেমাৰ-আজাৰ নহৈ। লৰালুৰিবোৰৰ মতি-গতি ভাল হ'ব লাগে। বিয়া-বাৰুও আছে দেখোন কেইযোৰা মান। এইহে সেই কৈছিলো বোলো...

—হক কথাই কৈছা তুমি, হক চাহেব। ময়ো ভাবিয়ে আছো কথাটো কেইবাদিনৰপৰা। বোলো কাক কওঁ। তেওজবেলি দেখা নাই। কামফেৰা কৰাত এফেৰামান লেহেম হ'ল! আৰু সেইয়া। সেই ফুটতে ছিগি কমখন আবাদ বৰবাদ হ'লনে ? ইফালে বেমাৰ। এহালকৈ জোৱান ল'ৰা জহনিত গ'ল। উহ্, উহ্।

—তোমাৰো তেনে গা চেবাইছে। হয়েই, তুমি তেন্তে গা লৰোৱা, গুল্‌চন। এইবোৰত কিবা কয় বোলে গুৰি ধৰা মানুহ তুমিহে। তোমাৰ ওপৰতে গুৰুভাৰ। মই বাৰু আমাৰ বুঢ়া ৰাইজৰ কাণ চোৱাম। পিছে তেওঁলোকেনো কি কৰিব। লৰক-ফৰক হেচুকাহে আৰু।

—হ'ব। তোমালোকে ভাৱিবই নেলাগে। মই আজিয়েই ডেকা জামাতৰ লগত কথা হ'ম। কাম আৰু সিহঁতিহে কৰিব! হ'ব! গোটেইবোৰ তেজাল তেজাল মৰদ্। ঠেং কচালিয়ে থাকে। গোন্ধ এটা পালেই হ'ল।

লগে লগে কাম আৰম্ভ হৈ যায়।

পঁচা তোলা হয়। কোনো ধৰণ-বান্ধন নাই। যাৰ যি মন যায়। গাঁঠিৰ বল অনুসৰি। দিয়েও। আকৌ কম উঠা বেছি উঠা লৈ চিন্তা কৰাৰো কোনো প্ৰয়োজন কোনেও অনুভৱ নকৰে। সকলোৰে বিশ্বাস আল্লাহৰ ৱাস্তে কৰা এইবোৰ কামত ওফা-বৰ্‌কতৰ সীমা-পৰিসীমা নাই।

প্ৰতি ঘৰৰপৰা নিজৰ সাধ্য অনুসৰি ঢেঁকীত খুন্দি পিঠাগুৰি দিব। পঁচাত উঠা পয়চাৰে গুৰ, ঘিঁউ, লং, দালচিনি, ইলাচী, তেজপাত আৰু অন্যান্য আৱশ্যকীয় বয়-বস্তুৰ যা-যোগাৰ হয়।

আৰু চুৰা-মচজিদত পূৰ্ণোদ্যমে কাম আৰম্ভ হৈ যাব। বিৰাট বিৰাট টেৱাত শ-শ হিচাপত হেজাৰমুখী পিঠা বনোৱা হ'ব। মাইহঁতে হওঁতে সেইবোৰ পিঠাক সানিকী-পিঠা বুলিহে হৈছিল। হাতীখুজীয়া বাতি একোটাৰ সমান বহল, ডেৰ আঙুলমান ডাঠ। আজিকালিৰ মানুহে তাৰ দুটা পিঠা একোবত খোৱা টান।

পিঠাৰ দম হ'ব।

ডাঙৰ ডাঙৰ কেৰাহীত ডেগত মালিতা বনোৱা হ'ব। সানিকী পিঠা হাতেৰে ভাঙি পাতি-পয়চা একোটাৰ সমান সমান কৰা হ'ব। গুৰ, ঘিঁউ, দালচিনি, ইলাচী, কিচমিচ, ডাব নাৰিকল, বাদাম ইত্যাদিৰে বিশেষ প্ৰক্ৰিয়াৰে ওস্তাদ ৰান্ধনিৰ দ্বাৰা মালিতা বনোৱা হ'ব। এতিয়া ইমান বছৰৰ মূৰত ভেজাল যুগে পেট জিভা ৰুচি আনকি লোভ পৰ্য্যন্ত ভেজাল কৰি পেলোৱাৰ পিছত এতিয়া ৰাজচনীৰ মালিতা খাবলৈ কেনেকুৱা লাগিলহেঁতেন ক'ব নোৱাৰো। তেতিয়া কিন্তু অমৃত যেন লাগিছিল।

ল'ৰা আৰু ডেকাবোৰে এইবোৰ কামত লাগি থাকোঁতে ইফালে বয়োজ্যেষ্ঠসকলে নানা ধৰণৰ জিকিৰ-আজকাৰ তচবীহ-তিলাৱত বয়ান আদিত ব্যস্ত থাকে।

তাৰ পিছত সামূহিক দোৱা।

তাৰ পিছত ৰাজচনীৰ ভাগ বটোৱাৰা।

পঁচকীৰ ভাগ বেলেগ। বাকী সকলোৰে সাধাৰণ ভাগ। সমান

ভাগ। কোনে কিমান পঁচা দিছিল, পিঠাগুৰি কিমান দিছিল তাৰ হিচাপ নেথাকে। দিব নোৱাৰাজনেও সমানেই পাব।

এটা মধুৰ পৰিৱেশে গঢ় লৈ উঠে।

দেৰ-শ দু-শঘৰ বেলেগ বেলেগ মানুহ যেন এঘৰ মানুহ হৈ যায়। হাতেৰে এগছ কুটা দুগছ কৰিব নগা নোহোৱাজনেও পৰম খুচিৰে খৰি ফালিবলৈ হাতত কুঠাৰখন তুলি লয়।

এইখিনিৰ, কেৱল এইখিনিৰ মূল্য জানো নিচেই কম।

সেই সময়ত মানুহৰ ইমানেই বিশ্বাস আছিল যে তেওঁলোকে ভাৱিছিল ৰাজচনীৰ বস্তু খালে বছৰটোলৈ বেমাৰ-আজাৰ আফৎ-বালাইৰ পৰা বাচি থাকিব পাৰি। তেওঁলোকে আঁতৰত থকা আত্মীয়-পৰিজনলৈ ৰাজচনীৰ চিন অকণ-অকণ পঠিয়াইছিল। তাকে নেপালে আপোনজনেও মনতে বেয়া পাইছিল। আশাৰ বস্তু।

এই এটা এতিয়া প্ৰায় লুপ্ত হোৱা অনুষ্ঠানৰ অন্তৰালত থকা প্ৰেৰণা আৰু হাচিম কম্পাউণ্ডৰৰ নাতিয়েক ধনবলী ৰহিমে পতা বৰাখানাৰ অন্তৰালত থকা স্বাৰ্থৰ মাজত যে পাৰ্থক্যৰ এটা প্ৰকাণ্ড কন্দৰ আছে সেই কথা বুজাত মোৰ কোনো অসুবিধা নাই। অৱশ্যে মই একো নুবুজো বুলি ডাক্তৰ মোমাইটিয়ে বুজি থাকে মানে মোৰ একো লোকচান নাই, বৰং লাভ।

কিন্তু মোৰ দুঃখ, মোৰ চিন্তা, মোৰ ভয়, বেলেগ এটা কথালৈ।

এজাক বতাহ ধীৰে ধীৰে বলিব ধৰিছে। এই বতাহ ক্ৰমাত তীব্ৰ হ'ব। তীব্ৰতৰ, প্ৰচণ্ড ধুমুহা।

বিশ্বজোৰা এজাক আন্ধাৰৰ ধুমুহা।

পুৰণি মূল্য, মূল্যবোধ আন্ধাৰত হেৰাই যাব। মানুহে নতুন দৃষ্টিৰে নতুনকৈ চাবলৈ ধৰিব।

ৰহিমতইঁতৰ কথাত মানুহে বিশ্বাস কৰিব।

বিশ্বাসৰ ভেঁটি লৰিব। অপমূল্যাই মূল্য হ'ব।

আন্ধাৰৰ ধুমুহাই উকৱাই নিব প্ৰাচীন পোহৰৰ কত ইমাৰত, কত গুলিস্তান।

এইবোৰ নানা কথা আকাশ-পাতাল গুণি-গাঁঠি বহি আছিলো। দেওবাৰ। বতৰ ডাৱৰীয়া। হাতত বিশেষ একো কাম নাই। দেখিলো পদুলিয়েদি ৰংপুৰীয়া কাইটি সোমাই আহিছে।

নির্বিকাৰভাৱেই আহিছে যদিও মোৰ চকুক হ'লে ফাঁকি দিব পৰা নাই। সামান্য চুচুক-চামাক।

চুচুক-চামাকৰ কাৰণটো বুজাত মোৰ কোনো অসুবিধা হোৱা নাছিল। আমাৰ আগৰ ঘৰটো নাই। ভেঁটি একেটাই, আকাৰটোও তেনেই আছে! মাত্র আগৰ কেঁচা ঘৰটো ভাঙি পকা কৰা হ'ল। ওপৰত টিন হ'ল। পিছফালৰ পাকঘৰ গোঁহালি ভড়াল সেইবোৰ একেই আছে। পদুলিৰ গেটখন লোহাৰ হ'ল। সেইখন খোলোতেই আচলতে ৰংপুৰীয়া কাইটিৰ চুচুক-চামাক আৰম্ভ হৈছিল।

আগতে সেইখিনিতে আহল-বহল এজোঁটা নঙলা আছিল। মোৰ সৰুজনী ছোৱালীয়ে অলপতে কিবা এটা প্রসঙ্গত মোক সুধিছিল নঙলা মানে কি? আমাৰ গাঁৱত আজিকালি কাৰো ঘৰত নঙলা নাই। প্রায়ে লোহাৰ গেট। গ'ট-প্রুফ ফেন্সিং। কাঁটা-তাৰ। নথকাৰ ঘৰতো কাঠ-বাঁহৰ জপনা। গাঁওখন পাৰ হ'লেই সিফালে সেইখন নগৰ চুক্ক হ'লেই নহয়। নতুনকৈ উদ্যোগৰ আশীর্বাদ অথবা অভিশাপ পোৱা নগৰ। বতাহ আমাৰ ইয়াতো একেই কোবত বয়। আজি গাঁৱৰ প্রায় প্রতি ঘৰতে উদ্যোগৰ চাকৰিয়াল আছে। হওক না নিম্ন বর্গৰ। চাকৰিৰ নাম বা দাম পয়চাৰ ওজন মতেহে হয়। গতিকে···থাকক। সেই আধ্যা অন্য সময়ত। আমাৰ ইহঁতে সৰুৰে পৰাই তাতহে পঢ়িছে। নগৰত। অকণমান দূৰ হওঁতে হয়। এক-ডেৰ কিলোমিটাৰ। দূৰ মানে আজিকালিৰ বিচাৰত। আগৈয়ে দহ মাইল খোজ কাঢ়ি আহি স্কুলত পঢ়ি আকৌ দহ মাইল খোজ কাঢ়ি ঘৰলৈ যোৱা কোনো কথাৰ কথাই নাছিল। আৰু সেইবোৰ লৰায়ে ফাৰ্ষ্ট ডিভিজন চেকেণ্ড ডিভিজনত হেলাৰঙে পাচো কৰিছিল।

মই লৰচৰ নকৰাকৈ ব্লিডিং হাৰ্ট জোপাৰ আঁৰত বহি থকাৰ পৰাই মনে মনে তেওঁক চাই আছো। মানুহটোৱেনো কৰে কি। তেওঁ

মোক দেখা নাই। লাহে লাহে পুলুং পালাঙ্কৈ ইফালে-সিফালে চাই চাই আছি চিৰিৰ ওচৰতে ৰ'ল। ৰাতিপুৱাই ধুই-মচি চিকচিকিয়া কৰি থোৱা বাৰাণ্ডাখনলৈ চালে। পা-পুচখনলৈ চালে। নতুন, ৰঙা, ফুল থকা। এইবাৰ নিজৰ ভৰি দুখনলৈ চালে। চেণ্ডেল নাই। ফটুৱৈ ধৰা। ধূলিৰে পোত খোৱা। স্বতঃপ্ৰণোদিতভাৱে কাষৰ তুৱৰিত ভৰি দুখন ঘঁহাই ঘঁহাই নিজকে কোৱাদি ক'লে—এ যাওঁ পিছফাললৈকে। কিটোনো হ'ব। কোনেনো কি ক'ব। নিজৰে ঘৰ। কুকুৰলৈহে ভয়। নাই হ'বলা। নহ'লে অতপৰে গোন্ধ পালেইহেঁতেন। ঘেং ঘেঙালেইহেঁতেন।

মই আৰু ৰ'ব নোৱাৰিলো। ফচ্ কৰে হাঁহিটো ওলাই আহিল। ৰংপুৰীয়া কাইটিয়ে চক খোৱাদি খাই ঘূৰি চালে।

—কা-ই-টি।

—অ' তুমি। তুমি, ওঁ তোন, তুমি সৰু বোপা। অ' মোৰ খোদাই। বুঢ়াই হ'লা দেখোন। চুলিবোৰ কি কৰিলা। সৌ সিদিনা মাত্ৰক কোলাত লৈছিলো।

—নিজৰ পিনে কেতিয়াবা চাইছানে নাই, কাইটি।

—কি বুলিলা। নিজৰ পিনে। এহ। সময় পাওঁ ক'ত। আৰু হেৰি নহয় সৰুবোপা। নিজে নিজক দেখেনো কেইজনে। চব লোকে দেখাই দেখা।

ৰংপুৰীয়া কাইটিৰ কোলাত উঠিছিলো হয়। পিছে সেই কোনোবা এক জামানাত। সৌ সিদিনা মাত্ৰক নহয়। নেহাত কমেও দুকুৰি বছৰ আগত।

মানুহজনলৈ চালো। সেই তাহানিৰ চিনে-চাবেই আছে। আগৰ দৰেই আঠু মূৰত চুৰিয়া পিন্ধিছে। আজিকালি চুৰিয়া পিন্ধা, আমাৰ ঘৰুৱা ভাষাত ডবল-লেংটি মৰা মানুহ কমিল। মুছলমানৰ মাজত নোহোৱাই হ'ল। কাইটিয়ে এৰা নাই। নামাজ তুলাজৰ সময়ত ইয়াকে তহবনৰ নিচিনাকৈ পিন্ধি লয়। সৰুতে দেখিছিলো। গাত আগৰ দৰেই এটা দীঘল-হাতা গেঞ্জী। কান্ধত এখন ঘৰত বোৱা

গামোচা। এটা ব্যৱহাৰত টুপলি হোৱা মোনা। নলুৱা কটাৰীৰ নাহৰৰ নালৰ মিহি আগ এটাই ভুমুকিয়াই আছে। ভিতৰত ছাগৈ অক্ষয় হাঁচতি। এই লডা চুঙা ধপাত।

কাইটিৰ বয়স কিমান হ'ল বাৰু। তিনিকুৰিৰ কমতো নহ'বই। ওপৰত কিমান ক'ব নোৱাৰি। সময়ৰ আঁক-বাঁক আচোঁৰবোৰ মন কৰিলেই য'তে ত'তে দেখা যায় যদিও শৰীৰ এতিয়াও পোন। পোন বৰশী-দাঁৰৰ দৰে টংটঙিয়া। ছালত টান পৰিছে, পোটোকা পৰা নাই। খোজত বয়সৰ ঠেও-ঠমক নাই। থিয়কৈ চাই পঠিওৱা চাৱণিত কোনো ৰকমৰ পৰিশ্ৰমৰ আভাস নাই। খিনোৱা নাই। শকতো হোৱা নাই। আগৰ টনটনিয়া হাত-ভৰি মাত্ৰ সামান্য শিথিল হৈছে। চুলি পকা নাই। চিকচিকনিটো কমি মদৰুৱা হৈছে। দাঁত নিশ্চয় মজবুত হৈ আছে।

নামটোৱে সামান্য উজুটি খুৱাই যদিও ৰংপুৰীয়া কাইটি মুছলমান মানুহেই। আজিকালি প্ৰায় নাইকিয়াই হ'ল বুলিব পাৰি। আল্লাহৰ নিৰান্নবৈ নামৰ লগত সম্বন্ধ ৰাখি নামকৰণ কৰিব লাগে বুলি এটা কথা আছে। এক প্ৰকাৰৰ জিকিৰ এটা হৈ থাকে বোধহয়। আজিকালি মানুহৰ শিক্ষা দীক্ষা বঢ়িল। আৰবী পাৰ্চী উৰ্দু'ৰ সুন্দৰ জ্ঞান থকা মোল্লা-মৌলবীসকল হ'ল। গতিকে চৰিয়ৎ অনুসৰি নাম এটা দিয়াৰ কোনো অসুবিধা নেথাকিল। পিছে আগতে আছিল। সেয়ে এতিয়াৰ পৰা তিনি চাৰি পুৰুষৰ আগৰ মানুহৰ নাম তেনেকুৱাই আছিল। ঘৰুৱা চিনাকি আদৰুৱা শব্দ একোটাৰ লগতে আলি আহমদ হুছেইন ইত্যাদিবোৰ লগ লাগে। বহুত ক্ষেত্ৰত আকিকা দিয়া নাম একোটা থাকিলেও সেইটো সদৰি নোহোৱাকৈয়ে থাকি যায়। ধানপুৰীয়া কঠাল পাতৰ আঁৰতে লুকায়। চলতি নামবোৰেই চলি যায়। সোণাই, কলীয়া, ফুলজান, ৰাজু, পেটুৱা, কত নাম। বাপুতা হাকিমৰ আকিকা দিয়া নাম জুলকাৰ নাইন আছিল বুলি নিকাহ পঢ়াওঁতেহে তেওঁৰ অনেক বন্ধুৱেও জানিছিল। আমাৰ বুঢ়াআই বা তাৰ আগৰ তিৰোতা মানুহবোৰৰ নামবোৰ আৰু মন কৰিবলগীয়া

আছিল। ৰূপহী, কপাহী, চেনেহীতো কথাই নাই। ৰূপেচৰী, সোনেচৰী আদিও একো বিৰল কথা নাছিল। হয়তো এইবোৰো এটা ধাৰাৰ সাংস্কৃতিক গৱেষণাৰ বস্তু। আলাই-আথানিকৈ যাবলৈ দিয়া হ'ল। লগতে গ'ল এক অধ্যায় ইতিহাস। আৰু এক ধৰণৰ নামৰ অন্তৰালত কেনে ধৰণৰ প্ৰেৰণা আছিল ভাবি পাৰ পোৱা টান,—গগৈ আলি, ফুকন আহমদ, বৰুৱা আহমদ।

কিন্তু যক সেইবোৰ কথা। অতীতক খুচৰি থকাতকৈ পাহৰি বাদ দিব পৰাতহে বাহাদুৰি বেছি বুলি আজিকালিৰ চিন্তাধাৰাই কয়।

ৰংপুৰীয়া কাইটিৰ ঘৰ বাঁহবাৰীত। আমাৰ পৰা তিনি চাৰি কিলোমিটাৰ সিফালে। এচিকটামান মাটিত যৎসামান্য খেতি-বাতি কৰে। বছৰটো টানি-মানি টোক-টোক টাক-টাক কৈ খাবলৈ চাউল-কেইটা হয়। মানুহটো অতিপাত কৰ্মঠ। এলাহ কাক বোলে নেজানে। তেওঁ সেই শ্ৰেণীৰ মানুহ যাৰ বাবে এনেও বহি থাকিব লগা হোৱাটোৱেই এটা শাস্তি।

আৰু ৰংপুৰীয়া কাইটিয়ে নেজানে কি কাম। কাইটিয়ে চাই দিয়া ঘৰৰ চালৰ ধাপলুকাত ধৰি গোট মানুহ এটা ওলমা বাদুলি দিলেও এডাল খেৰ পুলকি নাহে। ঘৰৰ খবুৱা পোলাৰ কাইটিৰ হাতৰ মতা-গাঁঠিটো নট-বল্টুৰ দৰে দুৰ্জয়। ঘৰ ভাঙিবৰ হ'লেহে দাৰে ঘপিয়াই কাটি খুলিব পৰা যাব। কাইটিৰ শামুক-গাঁঠিটো ছবি হেন ধুনীয়া, মজবুত। কাইটিয়ে বৈ দিয়া বিচনীখনৰ জোৰৰ চেঁচা শীতল দ্বিতীয় এখন বিচনী নাই। মাইৰতো থকা দিন কেইটাত আন বিচনীৰে সুতেই নেলাগিছিল। আৰু মুঢ়া, খীন কঁকালৰ সৰু ধুনীয়া ছোৱালী এজনীৰ নিচিনা লাগিলে কি হ'ব, সেই এলাপেচা একোটাই থেকেচিও ভাঙিব নোৱাৰে। কাইটিয়ে শালি দিয়া কোৰখন, কুঠাৰখন, দাখন, কটাৰিখন, নাল নেভাগে মানে সোলকাৰ কথা পাহৰি থাকিব পাৰি।

কিন্তু···

এৰা, কিন্তু। সঁচা কামৰ লগত অলপীয়াকৈ হ'লেও ফাকি মিহলাব

নজনা মানুহ জীৱনত কিজানি প্ৰায়ে ভোকে-লঘোনে থাকিব লগা হয়। আৰু ভোক মানেতো কেৱল পেটৰ ভোকেই ভোক নহয়। কেতিয়াবা শান্তিৰ দুৰ্ভিক্ষও হ'ব পাৰে ব্যক্তি, সমাজ, জাতি, বিশ্বৰ জীৱনত। কিন্তু নহয়। লঘোনৰ ইতিকথা নহয় এই জৱানবন্দী।

ৰংপুৰীয়া কাইটিয়ে খেতি-খলা উঠাৰ পিছত সুকুণ্ডাৰ দিনবোৰত ছেগ বুজি আৰ-তাৰ ঘৰত খাচ-খুচ হাজিৰা বন কৰিছিল। সেয়া অনেক বছৰৰ আগৰ কথা। কাইটি তেতিয়া চফল ভৰপূৰ জোৱান। ববায়ে প্ৰথম কাইটিক আমাৰ ঘৰত কাম কৰিবলৈ মাতি আনিছিল। সেই তেতিয়াৰে পৰা যিমান দিনলৈ তেওঁ হাজিৰা কাম কৰি আছিল সিমান দিনলৈ আমাৰ ঘৰৰ কোনো কাম কাইটি নোহোৱাকৈ হোৱা নাই। চৌহদৰ ধাপ কাইটিয়ে মৰা। ভড়ালটো কাইটিয়ে সজা। ঢেঁকী, গাড়িহলি, থোৰা, চব কাইটিৰ হাতৰ বন। আনকি পুখুৰী পাৰৰ আলৰ বুঢ়া লিচু জোপাও এদিন তেৱেঁই আলফুলকৈ ৰুই দিছিল। বছৰৰ ৰসাল লিচুকেইটা হেপাঁহ পলুৱাই খোৱা অনেকেই আজি আৰু সেই কথা নেজানে।

কোৱা-চিলাৰ মুখত বতৰা এটা দিলেই গাঁৱৰ জীয়ৰী-বোৱাৰী উঠোতে-মুঠোতেই ওলাইহিয়েই। খোৱা-বোৱা ইয়াতে, ওৰে দিনটো শাতি-সুতি নোহোৱাকৈ কাম কৰিব। গধুলি কাম সামৰিবলৈ নোকোৱা পৰ্য্যন্ত। টঙাল বেত তুলুৱা, কাঁঠি চঁচা, এনে ধৰণৰ কাম থাকিলে ৰাতিটোও থাকিয়ে যায়। মোটেমাটে সঁচাই ঘৰৰ মানুহ।

এনেকৈয়ে চলি আছিল। মোৰ বিয়াখন কাইটিয়ে একহাতে উঠাই দিছিল বুলি ক'লেও বেছি কোৱা নহয়। তাৰ পিছতো আহি আছিল। এনেও আহিছিল। মাতি পঠিয়ালেতো দহো বন কাতি কৰিও আহিছিলেই।

কিন্তু তাৰ পিছত কাইটি অহা একেবাৰে বন্ধ হৈ গৈছিল। · কিবা বেয়া পোৱা-পুই হৈ নহয় পিছে। অলপ বেলেগ ধৰণে হৈছিল ঘটনাটো। সৰু কিন্তু দামী। সেয়া হ'ব আজি দহ বাৰ বছৰৰ আগৰ কথা।

পিছ ফালৰ ঘৰ কেইটা চোৱাব লগা হৈছিল। পাক ঘৰটো আৰু গোহালিটো। খেৰ কিনা হৈ গৈছিল। ইয়াতে দুজনমান মানুহ বন্দোৱস্তও কৰা হৈছিল। কিন্তু এইবোৰ মানুহৰ কাম কিবা চেলেং পেটেং। ভালকৈ নেজানেও। ঘৰ চাব জানিলে নিচাবও জানিব লাগে। ইহঁতৰ নিচোৱা মানে খহোৱাহে। পিছে ৰংপুৰীয়া কাইটি লগত থাকিলে ভয় নেথাকে। কামটো ঠিকে ঠাকে হ'বই। এনেকৈ দুবছৰ যোৱাটোও কাইটিয়ে সামান্য আগ-পিছ ইফাল-সিফাল কৰি দিলেই নিৰ্ঘাত চাৰি বছৰ ধৰি থ'ব পাৰি।

গুণি-গাঁঠি চাই ফৰ্মুটি এডাল মৰা হ'ল। অসুবিধা নাই। পচুলিলৈ ওলালেই সেইমুৱা মানুহ এজন হ'লেও পোৱা যাবই। আৰু ৰংপুৰীয়াক চিন্নি নোপোৱা মানুহ সেইখণ্ড ভাৰস্তত নাই। দিন বাৰ সমিত খবৰ গ'ল।

পিছে কাইটিহে নাহিল। নিৰ্দিষ্ট দিনাৰ ঠিক আগৰ দিনাখন একেবাৰে দেখোন সপোনৰো অগোচৰ মানুহহে আহি ওলাল, একেবাৰে ৰাতিপুৱায়।

আমাৰ ঘৰত খোৱা-বোৱাৰ বেলিকা সকলো লগে-ভাগে বহি খোৱাটো চিৰকলীয়া আইন। পুৱাৰ চাহ জলপান সকলো বহি খাই আছিলো। পাকঘৰৰ সংলগ্ন খোৱা-কোঠাত। আগফালে কোনো নাছিল। পচুলিলৈকে উদং।

হঠাৎ এজনী বৰ ধুনীয়া গাভৰু ছোৱালী একেবাৰে নিঃসঙ্কোচে নিজৰ ঘৰলৈ অহাদি কোঁ-কোঁৱাই সোমাই আহি খোৱা মেজৰ ওচৰত থিয় হ'লহি। মই বৰ ধুনীয়া বুলিলো হয়। পিছে কাব্যৰ নায়িকাৰ নিচিনা নাসা তিল ফুল অধৰ ৰাতুল জাতীয় ধুনীয়া নহয়। মানুহৰ স্বাস্থ্যৰ এটা নিজা সৌন্দৰ্য্য থাকে। সুন্দৰ স্বাস্থ্যই নাক-কাণ হাত-ভৰিৰ গঢ়-পিত ঠেও থমকলৈ বাট চাই হমুনিয়াহ নেপেলায়। স্বাস্থ্য নিজেই সৌন্দৰ্য্য। ছোৱালীজনী আহি খাৰা হোৱাৰ লগে লগে খোৱা মেজৰ ওপৰৰ ফুলৰ থোপাটোও যেন কিঞ্চিত চঞ্চল হৈ উঠিল। হাঁহি উঠিল।

খোৱা মেজত এথোপা তাজা ফুল সজাই থোৱাটো চুৰেইয়াৰ নিয়ম। তাৰ বাবে নিজেই ফুল খোচবে। আনকি ক্ল'ৰিকালচাৰৰ কিতাপ পৰ্য্যন্ত পঢ়ে। তেওঁৰ মতে ঘৰত ফুল নেথাকিলে ঘৰত শান্তিও নেথাকে, হাঁহিও নেথাকে।

আমি হতবাক। সকলোৱে ছোৱালীজনীলৈ ট-টকৈ চাইহে আছো। অকণমানটোৱে তাৰ অতি প্ৰিয় জাহাজী কল এটা বখলিয়াইছিলহে। মুখলৈ নিবলৈ পাহৰি গ'ল। কথা নাই বতৰা নাই একেকোবে অন্দৰ মহল। অথচ চেহেৰাই-পাতিয়ে নাওমানো ডাকুৰাণীৰ লগত নিমিলে। চুলিতে নহয় চকুতো ছুপাহ শীতল খৰিকাজাই।

আমি চাই আছো। এতিয়া কি হয়। ছোৱালীজনীয়ে মিচিককৈ হাঁহিলে। হাঁহিটো তৎক্ষণাত গোটেই মুখমণ্ডল আনকি কাণৰ লতিলৈকে বিয়পি গ'ল। আৰু হাঁহিটো মোৰ নিচেই চিনাকি যেন লাগি গ'ল। বিশেষকৈ লগে ভাগে হাঁহি উঠা আহল-বহল মুকলি চকু ছুটা। বৰ ঘৰুৱা। তাৰ পিছত তাই ক'লে, এনেভাৱে ক'লে যেন আমাৰ তৎপৰতাৰ অভাৱ দেখি তাই বৰ আমোদ পাইছে।

—আৰে। মোক চিনি পোৱা নাই। কোৱাচোন বাৰু কোনে পাৰা মই কোন ?

আমি কোনেও একো কোৱাৰ আগতে অকণমানটোৱে তাৰ কমিক্চৰ কিতাপৰ উদ্ধৃতি দি কৈ পেলালে—ব্ৰেক্ ফাষ্ট্ টেব্‌ল গেষ্ট্।

আমি সকলোৱে গিৰ্জনী মাৰি হাঁহি উঠিলো। মই ক'লো—ঠিক কৈছ তই বাবা। আহাঁ, তুমি বহা। আগে খাই লোৱা য'ক। তুমিও খোৱা। চা-চিনাকি সেইবোৰ হৈ থকা যাব। ভোজৰ আগ। মেলৰ পাচ।

ছোৱালীজনীয়ে হাঁহি হাঁহি চকি এখন টানি বহি লৈ ক'লে—মই ৰেণু।

—ৰে-ণু। মোৰ আৰু চুৰেইয়াৰ মুখৰ পৰা একেলগে ওলাইছিল। ছোৱালীজনী কোন আমাক আৰু বেলেগে বুজাই কোৱাৰ প্ৰয়োজন



৬

নাছিল। ৰেণুক আমি কেতিয়াও দেখা নাছিলো ঠিকেই। কিন্তু তাইক আমি তথাপি ইমান বেছিকৈ চিনি পাওঁ যে লগে লগেই ঘৰুৱাভাৱে কথা পতা আৰম্ভ কৰি দিলো। চুৰেইয়াই চাহ-নাস্তা দি দি ক'লে—

—দুষ্ট ছোৱালী। আজি অত বছৰে এবাৰ আহিবলৈ সময় নেপালা। আজি আৰু কোনো কথা নুশুনিম। থাকিব লাগিব।

—নাই খুৰিটি। মই এই এতিয়াই যাবই লাগিব। থকাকে আহিম বাৰু। মোৰ কাম আছে নহয়। অলপ পিছতে বাচ যাবই নহয়। মুৰামুৰিকৈ পামগৈ। পাঁচ-দহ মিনিট দেৰি হ'ব পাৰে। মই চাৰক কাণ চোৱাই আহিছো।

—এইবাৰ জোঁৱাইকো লৈ আহিবা। আমাকতো বিয়ালৈ নেমাতিলাই।

—তেনেকৈ কেনৈ কৈছা খুৰিটি। চব জানাই আকৌ।

মচ নোখোৱা হাঁহি সঁচা দুখত সেমেকি গ'ল।

—ইয়ে, তুমি বেয়াই পালানেকি। মই ধেমালিহে কৰিছো।

—নাই খুৰিটি। কেনৈ বেয়া পাম।

— সঁচাকৈ কৈছো। জোঁৱাইক লৈ আহিবা। কি নাম তেওঁৰ? অ', তুমি বা আকৌ নাম কাঢ়ানে নেকাঢ়া।

—ইন্‌চা আল্লাহ। জোৱাঁয়েৰৰ নাম ৰছুলৰ নামেৰে যায়।

—মহম্মদ আলি নে দিন নে কি?

—হুছেইন।

আমি জানো। ৰংপুৰীয়া কাইটিৰ ল'ৰা-ছোৱালী এহাল। ছোৱালীজনীৰ নাম ৰেণু। মেট্ৰিক পাচ কৰি এল-পি স্কুলৰ মাষ্টৰণী কামত সোমাল। তাৰ পিচৰ পৰা ৰেণুৱেই ঘৰখন চম্ভালিছে। কাইটিৰ পৰা জনা মতে ঘৰ দুৱাৰ তাই নতুনকৈ সজালে। মাটিৰে। পিছে আটোম টোকাৰিকৈ। ল'ৰাটোৱে পঢ়া-শুনালৈ মন-কাণ নিদিলে। বাপেকৰ নিচিনা খাটি-খোৱা মানুহো নহ'ল। অকণমান ধিতিঙা ধৰণৰ হ'ল। এইট মানতে লিখা-পঢ়াত পানী এচলু দি

নগৰত গা-ঘেলাবলৈ লাগিল। সেইবুলি তেনেই অঁকৰা জাতৰ নহয়। হোটেলত চাহ খোৱা, চিনেমা চোৱা, ইয়াৰ-দোস্তৰ লগত আড্ডা পিটি চাবা-জঁহা-হামাবা বুলি ভাবি থকাই জীৱনৰ পৰম মক্‌চদ বুলি ভবা গোষ্ঠিটোৰ সি নাছিল। কিবা কৈ সি কিবা এটা কৰ-বিভাগৰে নে কি পিয়নৰ চাকৰি এটা যোগাৰ কৰি ল'লে। আৰু এতিয়া পুবৰ কোনোবা এখন নগৰত থাকে।

সিহঁত দুটাৰ বিষয়ে কাইটিয়ে আমাক নক'বলৈ একো খোৱা নাছিল। পোৰা মাছেৰে ভাত খাবলৈ পালে ৰেণুৱে যে গোস্ত-পোলাৱো নেওচা দিব পাৰে আমি জানো। ৰেণুৰ আগ-দাঁত এটা ভগা। এতিয়াহে দেখিলো যদিও আনি জানো সেইটো সৰুতে বিচনাৰ ৰেলিঙত খুন্দা খাই ভাগিছিল। সাতে-পাচে কাহানিও নেদেখিলেও তাই আমাৰ নিচেই চিনাকি।

—এনেকৈ তৰা-নৰা ছিঙি আহিবলৈনো কি হ'ল। তাতোকৈ নাহি থকাই ভাল আছিল। কাইটিৰ গাটো ভালনে।

—আহিম বাৰু খুৰিটি। সোনকালেই আহিম। তেতিয়া আকৌ গুলালহি এইজনী দুইহাতে খাবলৈ বুলি নেএঙাবা। আমি গাঁৱলীয়া মানুহ। খাৱনটো একেবা ডবল। এতিয়া পিছে মই বৰ ডাঙৰ জগৰ এটা লৈহে আহিলো। তোমালোকে বা আকৌ কি ভাবা। বেয়াই পোৱানেকি।

মই চুৰেইয়াৰ চকুলৈ চালো। চুৰেইয়াই মোলৈ নেচাই চাহৰ পিয়লাত হঠাৎ কিবা এটা আৱিষ্কাৰ কৰি চামুচেৰে আঁস্তবোৱাত ব্যস্ত হৈ পৰিল।

এনে ধৰণৰ কথা শুনাত আমাৰ আটাইৰে জৰুৰ অভিজ্ঞতা আছে। পুথি চাইয়ে পাতনি হয়। ৰংপুৰীয়া কাইটিক সেই কোলাত উঠা দিনৰে পৰা দেখি আহিছো। চিনি আহিছো। জানি আহিছো। কাইটি মানুহটোৰ চৰিত্ৰৰ এটা মন চুই যোৱা লক্ষণ হ'ল তেওঁ কোনো অৱস্থাতে ধন ধাৰলৈ নিবিচাৰে। আনকি নেহায়ত জৰুৰী কাৰণতো আগধন দুটামানো নিবিচাৰে। তেওঁ চাধা কুটি চুৰুট পকাই

খায়। মোনাত চাধা, কুটনা, পেপৰ থাকেই। পয়চা নহ'লে এদিন দুদিন পর্যন্ত ধূমপান নকৰি থাকে। উঠনাকৈ নানে। সেইটো মনৰ জোৰ ভাল ভাল একোজনৰো নেথাকে। কাইটি কেতিয়াবা আপদে-বিপদে পৰা কথা কেতিয়াবা গম পাইছিলো। কিন্তু ধন ধাৰে লৈ উদ্ধাৰ পাবলৈ যত্ন কৰা কেতিয়াও গম পোৱা নাই। পুতেকটো সৰুতে এবাৰ বেমাৰত পৰি হাস্পতালত ভৰ্ত্তি হ'ব লগা হৈছিল। গম পাই মই দৰ্কাৰ হ'লে টকা-পইচা ল'বলৈ কৈছিলো। তেওঁ লোৱা নাছিল। ছেক্সপিয়েৰৰ সেইযে, নাইডাৰ এ বৰ'ৱাৰ নৰ এ লেণ্ডাৰ বি, কাইটিয়ে জনাৰ কথা নহয়। কিন্তু আখৰে আখৰে যেন মানি চলিছিল। আচলতে ইংৰাজীৰ তেওঁ মাথামুণ্ড একোকে নেজানিছিল। তাহানি এদিন আমাৰ ঘৰত কাম কৰি উঠি কাইটি যাবলৈ ওলাওঁতে মই ধেমালিৰ সুৰত কৈছিলো-কাইটি গু-ড্‌বাই।

কাইটিয়ে হাত-মুখ জোকাৰি ব্যস্ত হৈ কৈ পেলাইছিল মই সেইবোৰ নেজানো। অঁ, আজি বুধবাৰ। বৰযুণ আহিবই এতিয়া।

সেই কাইটিৰ জীয়েক বেণুৱে এইয়া এতিয়া কৰে কি। ঐতিহ্য ভঙ্গ কৰিবলৈ ওলাইছে নেকি। খাওানৰ নাক সম্পৰ্কত তাইৰ চেতনা নাইনে। দেখাততো চেৰ কা বাচ্চা চেৰ যেনেই লাগে। কিন্তু···

এবা কিন্তু। সময়ৰ মাজাজা বুজাৰ মাজাল কাৰ আছে। সময়ে কেতিয়া ক'ত কি ৰং সানি থৈ যায় কোনে জানে। বগাক কলা। কলাক ৰঙা। একালৰ বৃন্দাবন একালত পৰে চন। সেয়াই জীৱন। তাৰ নামেই ইতিহাস। তাৰিখ।

চুৰেইয়া আৰু মোৰ আও-ভাও দেখিয়েই হ'বলা বেণুৱে মিচিক মিচিক হাঁহি পাকতে মোৰ সৰু ছোৱালীজনীক বৰকৈ মৰম কৰাত লাগি গৈছিল। লক্ষণ সিওতো গোলমলীয়া।

—তোমাৰ নাম কি ভন্টি? তুমি বোলে জাহাজী কল খাই বৰ ভাল পোৱা। মই ঘুৰিবাৰ আহোঁতে তোমালৈ এই ডাঙৰ এআখি কল লৈ আহিম দেই।

—মা। মোৰ নামটো কি আছিল মা? কেকাই মাতে ভন্টি, মায়ে

মাতে মাজনী, আব্বাই মাতে বেটা। সেইবোৰ পিছে এটাও মোৰ নাম নহয় জানা। আকিকা দিয়া নাম এটা আছে। ইচ্ পাহৰি গৈছো পাই কি আছিল মা?

আমি হাঁহি উঠিছিলো। ৰেণুৱে কৈছিল – মই কওঁনে বাৰু? মই গাইবী জানো জানা। কওঁনে?

—ই মিছাকৈ। কোৱাচোন বাৰু।

—কওঁ? মিচ···দিলাৰা···খাতুন···হয়নে?

—এ হয় পাই। হয় হয়নে নহয় মা। তুমি তেন্তে সঁচাকৈ গাইবি জানা?

আৰু তাৰ পিছত আমাক সম্পূৰ্ণ অবাক কৰি দি, বৰং কোৱা ভাল নিতান্ত সৰু কৰি দি ৰেণুৱে কৈছিল একেবাৰে বেলেগ আমি মুঠেই আঁচ নকৰা কথা।

—দাদা। খুৰিটি। মই দুটামান কথা ক'বলৈ আহিছো। তোমালোকে মোক বেয়া-চেয়া নেপাবা। খঙো নকৰিবা। কিবা বেআদবী হৈছে বুলি যদি ভাৱা আল্লাহৰ ৱাস্তে মাফ কৰি দিবা। কওঁ দাদা, খুৰিটি?

—কোৱা আকৌ। ইমান সঙ্কোচ কৰিবলৈ কি আছে।

– বুআজানে তোমালোকক দিলেৰে জানেৰে ভাল পায়। তোমালোকে কেনেবাকৈ বেয়া পালে মই বৰ দুঃখ পাম।

—একো নহয়। তুমি কোৱাচোন।

—তোমালোকে বুআজানক কাইলৈ ঘৰ চাবলৈ মাতিছা?

—নাহেনেকি?

—তোমালোকে মাতিলে তেওঁ নহাকৈ থাকিব? মইতো বুআজানক কওঁৱেই, নানাই তোমাক কিবা যাদুহে কৰিলে। তেওঁ কয়, ঠিক কৈছ। মৰমৰ যাদু।

—তেনেহ'লে?

—বুআজানতো কাম বুলিলে পাগল। কামলৈ মাতিলে নোযোৱাকৈ নেথাকে। কামত ধৰিলে এৰিব নোখোজে। কামৰ সোৱাদ বুজা মানুহ।

মই ধেমালিৰ সুৰত ক'লো—তুমি পুৰণি কথাকৈ আছা, ৰেণু। নতুন কথা কোৱা। মই অন্ততঃ কাইটিক তোমাতকৈ আগৰ পৰা চিনি পাওঁ।

—কওঁ দাদা। আজিকালি বুআজান অকণমান কমজোৰ হ'ল। ওৰে দিন লেকাট মেহনত কৰিলে অকণমান দিগদাৰ হয়। লেবেজান হৈ পৰে। বয়স হৈছে নহয়।

—হ'বই আৰু। নহ'ব কেলৈ।

—এনেকৈ মানুহে পৰিশ্ৰম কৰা ভাল। চলি থাকিলেহে চলি থাকে। তাতে বুআজান সদায় টান কাম কৰি অহা মানুহ। তেওঁ বুলি বয়সটোলৈ নেচালে কেনেকৈ হ'ব। আৰু এটা কথা। ক'লে তোমালোকে বেয়া পোৱা বুলি বৰ ভয় লাগিছে।

ৰেণু ৰৈছিল। চুৰেইয়াই তামোলৰ বঁটাটো আগবঢ়াই দি হাঁহি হাঁহি কৈছিল—আমি একো বেয়া নেপাওঁ। তুমি কোৰাঁচোন বাৰু। আহিছাইতো ক'বলৈকে। আৰু এটা কথা নহয়। যি বুজিছো, এইবোৰ তোমালোকৰ একেবাৰে ঘৰুৱা কথা। আমি বেয়া পোৱাৰ চৱালেই উঠিব নোৱাৰে। পাৰিলে সহায়হে কৰি দিব লাগে। অৱশ্যে তোমালোক আমাৰ পৰ নোহোৱা। আমি ঘৰৰ মানুহ বুলিয়ে ভাৱো।

—সেই ভাৰসাতেতো আহিছো খুৰিটি। তোমালোকেতো জানাই, মই স্কুল এখনত কাম কৰো। এল-পি। দাদাৰ নিচিনা নহয়। তেওঁ বুলি সৰু হ'লেওতো বাইদেউ, মাষ্টৰণী। আৰু আমাৰ নিচিনা ভিতৰুৱাল ঠাইত পাতচলা স্কুলেই কলেজ বৰাবৰ। এওঁৰ হওতে চাকৰি-বাকৰি সেইবোৰ নাই। পিছে খেতিয়ে-পথাৰে যথেষ্টখিনি ৰহ্‌ৰহিয়া। কায়-কাৰবাৰো আছে নাই-নাই বুলি অকণমান। ৰাহি হয়। গাঁৱত আমি হকেহালালে খাই ইজ্জতেৰে আছো। পিছে গাঁৱৰ মুখচোকা আউলিয়া মানুহখিনিয়ে সুবিধা পালেই বুআজনক টিট্‌কাৰী মাৰে। টেনা মাৰে। বোলে পুতেকে নেওচা দিলে। জীয়েকেও এঙোৱা হ'লনেকি। বুঢ়া হাড়কেইডাল যে মাটি কৰিব

লগীয়া হৈছে। বুআজানতো হোলগোজ ভকত। দ-তো হাঁহি, বামতো হাঁহি। আমাৰ গাত বাজে। দুঃখ পাওঁ। কেকাৰ কথাতো তোমালোকে জানাই।

আমি সকলো চুপচাপ বহি আছিলো। পৰিৱেশটো হঠাৎ গহীন আৰু গভীৰ হৈ পৰিছিল।

ৰেণুক মোৰ হঠাৎ এজনী বেলেগ মানুহ যেন লাগি গৈছিল। বহুত ডাঙৰ। বহুত জিম্মেদাৰ। বহুত চমজদাৰ। ইজ্জতদাৰ।

শব্দ কৰি হাঁহি পৰিৱেশটো সহজ কৰাৰ চেষ্টা কৰি মই কৈছিলো— দেখিলা চুৰেইয়া। এওঁ ভব্যা গব্যা বাইদেউ হৈয়ো একেবাৰে চিৰিকা স্কুলীয়া ছোৱালীৰ লেখিয়া হৈয়ে আছে। বোলো ৰেণু, এইকণ কথা ক'বলৈকে এই লম্বা ভনিতা কৰি এপৰ চিপিয়াই থাকিব লাগে নেকি। তুমি যিখিনি কথা ক'লা সেইখিনিতো আমিয়ে কোন কাহানিবাই ভাবিব লাগিছিল। কাইটিক কৈ দিবা, তেওঁ আহিব নেলাগে। মানে, কাম কৰিবলৈ আহিব নেলাগে। এনেই জকল আহিব। ঘৰৰ মানুহৰ নিচিনাকৈ।

—নাই দাদা। মোক খাব। মই ক'বগৈ নোৱাৰো। তুমি খবৰ এটা দিবা। বুদ্ধি কৰি কিবা এটা কৰিবা। মই ইয়ালৈ অহা বুলি বুআজানক নকৱেই। বৰ দুঃখ পাব। অহা কাৰণে নহয়। অহাৰ কাৰণটো জানিলে।

মই কৈছিলো—নহ'লে ৰেণু। এটা কাম কৰো। কেনে হ'ব? কাইটি কাইলৈ আহকেই। মই কুটা এগছ হাতেৰে চুবলৈ নিদিওঁ। চকি এখন পাৰি বহুৱাই চকিদাৰী কৰিবলৈ লগাই দিম। আৰু কথাই কথাই ছেগ বুজি একেবাৰে মানাই কৰি দিম কাৰো ঘৰত কাম কৰিবলৈ যাবলৈ। মোৰ কথা কাইটিয়ে নেপেলায়। বৰ ভাল পায় মোক। মৰমো কৰে, আকৌ মানো কৰে।

—জানো। বুআজানে দাদাক বৰ ভাল পায়। ঠিক আছে, দাদা। তুমি যেনেকৈ ভাল দেখা কৰিবা। পিছে আনৰ ঘৰত কাম কৰিবলৈ যাবলৈ মানা কৰিব নেলাগেই। আজি বহুত দিন মই

ক'লৈকো যাবলৈ দিয়াই নাই। তোমালোকৰ কথাহে আলাদা।

—যাহ্। অকণমানটোৱে মাত লগাইছিল।

আমি হাঁহিছিলো।···

···সেই ৰংপুৰীয়া কাইটি আজি ইমান দিনৰ মূৰত আমাৰ ঘৰলৈ আহিছে। বৰ ভাল লাগিছিল। মাতি আনি ওচৰতে বহুৱাই খা-খবৰ লৈছিলো।

—গাটো ভালনে কাইটি? বহুত দিন অহাই নাই।

—কিনো ভাল-বেয়া সৰুবোপা। আল্লাহে নামাজ কেই্ ৱক্ত পঢ়াইছে। ৰমজানৰ ৰোজা কেইটা ধৰাইছে। সেয়ে হেজাৰ চুকুৰ-চবুৰ। এই বয়সত আৰু নো কি লাগিছে।

—আৰু ৰেণু? ৰেণুৰ কি খবৰ? নহাই হ'ল।

—আল্লাহে ৰাখিছে আৰু তোমালোকৰ দোৱাত। আহিবলৈ হেৰি হ'ল নহয়। তোমালোকে ক'বই নোৱাৰা হ'ব পাই। তাই মাক হ'ল নহয়। আল্লাহৰ ৰহমতত ল'ৰা-পোৱালি এফেৰি হ'ল। তাতে তাই এতিয়া হেড্ বাইদেয়ো হৈছে।

—অ'। বৰ ভাল ভাল খবৰ দেখোন। চুকুৰ আলহাম্ দু লিল্লাহ। ৰেণুক ক'বা। কাইটি। আমি এদিন ল'ৰা চাবলৈ যাম। মিঠাই লাগিব।

—যাবা, যাবা সৰুবোপা। মিঠাইনো কি? আমাৰ তাত বিধে বিধে পিঠা-পণা পাবা। সৰুবোপাৰ পোণা দুটি, মাজনী, ভালনে সিহঁতৰ? কিমান দিন দেখা নাই। বাটে-পথে দেখিলে চিনিকে নেপাম কিজানি।

- চাই যাবা। আহিব স্কুলৰপৰা। পিছে কাইটি, ইমান দিনৰ মূৰত আহিলা। কিবা বিশেষ কাম নে আমালৈ মনত পৰিল। আমি আকৌ পাহৰিলাই বুলিহে ভাবিছিলো।

—এ সৰুবোপা। তেনেকৈ কেলৈ কোৱানো। সদায় মনত পৰে। সদায় দোৱা কৰি থাকো। আহোঁ বুলিলেই আহিব নোৱাৰা হ'লো। অলপীয়াতে ভাগৰ লগা হ'ল।

—বাচত নাহা কেলৈ ? আজিকালিতো খেৰ বাচ।

—এ সেইবোৰত উঠিবলৈ বৰ আছকাল পাওঁ। বৰ হেম-গেম। হৈচৈ-থেলা। পাণ-জপা দিয়া। আল্লাহে দিয়া ভৰি দুখনৰ সমান একো হ'ব নোৱাৰে। পিছে সকবোপা, বৰ এটা গৰজত পৰিহে আজি ওলাইছোহি। তুমি মোক অলপমান মদদ কৰি দিব লাগে। মই হ'লোগৈ তোমাৰ একেবাৰে আম-মানুহ। আলিফ-বে কিবা অকণমান চিনি পাওঁ। আৰু একো নেজানো। আৰু এইবোৰ কামৰ আও-ভাও একো তেনেকৈ নেপাওঁ। কেতিয়াও কৰাও নাই। ভাই বুলি ওলাইছোহি।

—কি কাম কাইটি ? তোমাকনো মই মদদ নকৰিমনে। ববাৰ ৰুহে মোক বদ্-দোৱা নিদিবনে। কিমান মৰম কৰিছিল তোমাক। আৰু এইবোৰ কথা এনেকৈ তুমি মোক ক'ব নেলাগে নহয়। তুমিতো মোৰ ওপৰত হুকুম চলাব পাৰা।

ৰংপুৰীয়া কাইটিয়ে হাঁহিছিল। ক্ৰমাৎ পৃথিৱীৰপৰা নোহোৱা হৈ অহা হাঁহি। শিশুৰ হাঁহি। ফিৰিস্তাৰ হাঁহি।

—জিৰাই-শঁতাই ৰাতিলৈ ক'ম, সকবোপা। বৰ বহল এডৰা কথা। জেঙা-লগা কথা। এতিয়া খপ জপ কৰিলে ৰেহা লগাই কোৱাও নহ'ব। তোমাৰ ভালকৈ শুনাও নহ'ব। কামলৈ নেযাবা জানো। মই লাগিলে দুদিনমান থকাকৈ ওলাই আহিছো।

অ' হয়নেকি। বৰ ভাল কথা। খুচিৰ কথা।···চুৰেইয়া। অ' চুৰেইয়া। ওলাই আহাঁচোন। কোন আহিছে চোৱাঁহি।

চুৰেইয়াই আঁচলত হাত মচি মচি ওলাই আহি বাৰাণ্ডাত ৰংপুৰীয়া কাইটিক বহি থকা দেখি আনন্দত উকলীকৃত হৈ পৰিল।

—উৱা। কাইটি দেখোন। সঁচাইনে। নে মোৰ চকুৰে গোলমাল। আজিনো বাটৰ জেঙা কোনে গুচালে। এইফালে মানুহ মৰিলোৱেইনে হজিলোৱেইনে খবৰ এটা ল'বৰো মন নেযায়নে ?

—আই অ' মাজনী। বোৱাৰী। কেলৈ তেনেকৈ কোৱা নো হুৱ। মই খা-খবৰ লৈয়ে থাকো। পায়ে থাকো। দিনটোত দছ-

যোৰা মানুহ এইফালে আহে যায়।

—চুৰেইয়া। কাইটি দুই-তিনি দিনমান থাকিব। কিমান কথা পাতা পাতি থাকিবা। এতিয়া ভাগৰে-জুগৰে আহিছে। ভৰি-হাত ধুবলৈ পানী দিয়া। চাহ-জলপানৰ যোগাৰ কৰা। খাই-বই অকণমান জিৰাওক।··

···আবেলি কামৰপৰা আহি ঘৰ পাওঁতে অলপ দেৰি হৈ গৈছিল। লাইব্ৰেৰীত অকণমান কাম আছিল। তাৰ পিছত আহোঁতে বজাৰতো পাক এটা মাৰি আহিলো। আলহী আছে। ঘৰত সোমাই দেখো গোটেইখন নিমাওমাও। ৰিঙা। ভালকৈয়ে আচৰিতো হ'লো। আমাৰ তিনিওটাৰেতো ঘৰখন লহমা এটালৈয়ো ঠাণ্ডা হৈ থাকিবলৈ দিয়াত না-খোচ। তাতে আজি আলহী আছে। আৰু আলহীও দিল-দৰীয়া মানুহ। তেন্তে!

কিন্তু লাহে লাহে পিচফাল পাইহে বুজিলো কথা বেলেগ। মেহ্‌ফিল বঢ়িয়া জমি উঠিছে। আজি আৰু ঘৰত আন একো নহ'ব। সকলো কথা-কাণ্ডই এটা বিন্দুক কেন্দ্ৰ কৰি ঘূৰিব। ময়ো মনে মনে সাজু হ'লো। কাৰণ মই জানো, চিলা উৰুৱাবৰ হ'লে ৰচিদাল টানিব আৰু ঢিলাব জানিব লাগে। ঘৰ-সংসাৰ চলোৱা, অভিভাৱকত্ব কৰাতো এই সূত্ৰটো প্ৰযোজ্য। ইয়াত ৰচিদাল স্বাধীনতাৰ। স্বাধীনতা এটা ব্যাপক অৰ্থৰ শব্দ। মুক্তি আৰু বন্ধন দুয়োটাই ই সামৰি লয়। বন্ধনৰ ভূমিকা গধুৰহে।

আমাৰ পিচ ফালৰ বাৰাণ্ডাখন বেচ আহল-বহল। বিয়া বাৰু মিলাদ আদিত সৰু-সুৰা এখন ৰভাৰ দৰে চলাই দিব পাৰি। তাতে, বাৰাণ্ডাৰ মাজত এখন ডাঙৰ বেতৰ চকিত ৰংপুৰীয়া কাইটি বহি আছে। মূৰত বগা টুপি। কাপোৰৰ। ঘৰত চিলোৱা। আচৰৰ নামাজ পঢ়ি উঠা জকল বেছি সময় নাই হোৱা। একে অজুতে মগৰীবৰ নামাজো বোধহয় আদায় কৰিব।

চকিখনৰ হাতল তিনি-ইঞ্চিমান চওৰা। বেতেৰেই বোৱা। তাতে কুটনাপাত থৈ একান্ত মনেৰে ৰৰপাতৰ চাধা কুটাত মচ্‌গুল।

কাইটিৰ হাতখন বৰ থিৰ। বেত যেতিয়া তুলায় আগে-গুৰিয়ে সমান আজিকালিৰ প্লাষ্টিক কেইনৰ নিচিনা হয়। হাতত এতিয়াও কঁপনিয়ে ধৰা নাই। চাধাবোৰ মিহি, সমান, একে ৰাগিৰ মেচিনত কটাৰ দৰে হৈ তলত পাতি থোৱা কাগজত জমা হৈছে। ওচৰতে ধপাত থোৱা পাউচটো। পাউচটো আমাৰ ববাৰ। আমাৰ ববাৰ মিক্সাৰ খোৱাৰ অভ্যাস আছিল। আৰু এই ক্ষেত্ৰত তেওঁ বৰ চৌখিনো আছিল। সেই কালতে ক'ৰবাৰ পৰা এটা বিশেষ ধৰণে নিৰ্মিত ৰবৰৰ মিক্সাৰ থোৱা পাউচ, হাতী-দাঁতৰ হ'ল্ডাৰ, এইবোৰ ফৰমাইচ দি অনাই লৈছিল। পাউচটো বৰ কামৰ বস্তু আছিল। ধপাতৰ গুণ আৰু গোন্ধ মচলুমেই নষ্ট নহয়। ববা নোহোৱা হ'লত ঘৰখনত ধপাত খোৱা মানুহো নোহোৱা হ'ল। আৰু ৰংপুৰীয়া কাইটিক পাউচটো দি দিয়া হ'ল। তেৰোঁ বৰ আগ্ৰহেৰে, মৰমেৰে, বৰ হেফাজতেৰে আজি অত বছৰ বস্তু-পদ ব্যৱহাৰ কৰি আহিছে। আপদাল কৰি ৰাখিছে। আঁচোৰ এটা পৰা নাই।

মুছলমান মানুহে এই কামটো কৰেই।

যেতিয়া কোনোবা ঢুকায়, তেওঁ জীৱিত কালত ব্যৱহাৰ কৰা নানা ধৰণৰ বস্তুবোৰ গৰীব, দিলে ল'বলৈ ব্যৱহাৰ কৰিবলৈ সঙ্কোচ নকৰা, আৰু আলাই-আথানি নকৰি মৰম কৰিব বুলি বিশ্বাস থকা মানুহক দি দিয়া হয়। সামৰ্থ্যবান সকলে মূল্যবান ঘড়ী, দামী দামী কাপোৰ-কানি ইত্যাদিও দিয়ে। ই এক প্ৰকাৰ ছদ্‌কায়ে-জাৰিয়াই হয় বুলি ভৱা হয় বোধকৰো। আনহাতে ইয়াৰ দ্বাৰা অপচয়ো ৰোধ কৰা যায়। কাৰণ ইছলামত যি কোনো ধৰণৰ অপচয় কৰাটো ডাঙৰ গুনাহ বুলি ধৰা হয়। এটা সৰু ভাত এনেই লোকচান কৰিলে আখেৰাতত তাৰ বাবেও জৱাবদিহি কৰিব লাগিল বুলি প্ৰতিজন মুছলমানে বিশ্বাস কৰে।

কাইটিয়ে চাধা কুটি কুটি পিৰিক-পাৰাককৈ ইফালে-সিফালে চাই চাই আছে। তেওঁৰ চকু চিৰকালেই খৰ। একো সাৰি নেযায়। সমুখত চকিয়ে মূঢ়াই আমাৰ বংশধৰসকল। সকলো ঠেং ঠুং তুলি ৰহি গভীৰ চিন্তাত নিমগ্ন। যেন এটা মেডিটেচন কেম্পহে। হাতৰ

তলুৱাত থুঁতৰি নিক্ষিপ্ত। কপালত মগজুৰ পৰিশ্ৰমৰ সংকেত। শৰীৰত পাৰিপাৰ্শ্বিকতাৰ চৈতন্য-শূন্যতা। চকু মুদা বা আধামুদা। আধা মুদা চকুতো কিন্তু দৃষ্টিহীন দৃষ্টিহে।

অলপ দূৰত আমাৰ চুবেইয়ায়ো এখন পিৰাত বহি একান্ত মনেৰে পাচলি কুটাত মগ্ন। কিন্তু তেওঁৰো মন যে অন্যত্ৰ মচগুল, তেৱোঁ যে গভীৰ চিন্তাত তন্ময়, মোৰ অন্ততঃ বুজাত কোনো অসুবিধা হোৱা নাছিল। কাৰণ মোৰ অহা-যোৱাৰ সময় তেওঁৰ মুখস্থ। মই ৰুটিন চাব নেলাগে। তেওঁক সুধিলেই হ'ল। মই উভটি আহি আগফালৰ গে'ট খুলিলেই তেওঁ গম পায়। লগে লগে আগফালে ওলাই যায়। হাতত কিতাপ-পত্ৰ মোনা-চোনা থাকিলে লয়। এতিয়া সেই— হেনজনী মানুহে মই আহি ভিতৰ সোমাই পিচফালৰ বাৰাণ্ডাৰ দুৱাৰ মুখত থিয় হ'লতো গম পোৱা নাই। কথা গহীন।

ৰংপুৰীয়া কাইটিয়ে কিন্তু মোক ঠিকেই দেখিছে। অথচ অজ্ঞাত কাৰণত তেৱোঁ কোনো প্ৰতিক্ৰিয়া প্ৰকাশ কৰা নাই। মাত দিয়াতো দূৰৰ কথা। এনেকৈ হ'লেতো ততিক্ষণাত দৰ্‌হ্‌ম-মৰ্‌হ্‌ম লগাই দিলেহেঁতেন।

কথা কি? বতৰা কি? এই মথাক পালে কিহে।

অগত্যা মাৰিলো মযে লাহেকৈ গলখেকাৰি এটা। তৎক্ষণাত চবে মূৰ দাঙি চালে। পাঁচযোৰ চকু মোৰ এযোৰ চকুত।

—আব্বা আহিল। আব্বা আহিল। মুস্কিল আচান। আব্বা তুমি পাৰিবানে? আমি কোনেও নাই পৰা। সৰু জনীয়ে দহখন-বাৰখন হৈ হৈ-চৈ লগাই দিলে।

—নেলাগে। যাঃ এইজনী। আব্বাক নক'বি। আমি নোৱাৰিম কেলৈ। পাৰিমেই। এইজনী ৰৰ একেবাৰে হেৰি। সৰুটোৱে মাতব্বৰি কৰি ক'লে। সৰুজনীৰ মুখখন ওলমি পৰিল।

—অঁ। নেলাগে, নেলাগে। সাঁথৰ ভাঙিবলৈ এইক আকৌ প্ৰফেচাৰ লগা হ'ল। চুপ। আব্বাই ফৰকৃকে কৈ দিব। আৰু আমাৰ চব মজা ভেস্ত হ'ব। ডাঙৰটোৱে গহীন হৈ ক'লে।

মই মাত লগালো—বাপ্‌ৰে। তইঁত দেখোন সাংঘাতিক চিৰিয়াচ। বেপাৰটো কি? কচোন বেটা।

—নাই। নকওঁ পা—ই। এই দুটা কেপ্তেন ওলাইছে নহয়। অৰ্ডাৰ চলাবলৈ। বৰ একেবাৰে·· বৰ একেবাৰে···হেৰি···বৰ একেবাৰে···চালু।

আমি হাঁহি উঠিছিলো। আজিকালিৰ ল'ৰাৰ কথা ঠিক বুজি নেপালেও কোৱাৰ ধৰণটোতে ৰংপুৰীয়া কাইটিৰ হাঁহিত ৰ'ব নোৱাৰা অৱস্থা।

চুৰেইয়াই মাত লগাইছিল—কৈ দে মা। কৈ দে। ভয় নকৰিবি। মই আছো নহয়। কিবা কৰিলে···চালুকিটাৰ তালু খুৰাম নহয়। মই ঠিক জানো, তইঁতৰ বাপেৰৰো তাগদ্‌ নাই কাইটিৰ এইটো সাঁথৰৰ ভেদ ভাঙিবলৈ।

—কওঁনে সৰুক্কা? কওঁনে ডাঙৰকা? তাইৰ সংকোচ এতিয়াও ভগা নাই।

—হেঁ-এঁ-এঁ-এঁ। এটাই ভেঙুচালি কৰি ক'লে।—দে। কৈ দে। আব্বাই সাঁথৰটো ভাঙি দিলেই আমি দুইটা ফু-উ-ট। চিতাপ বল খেলিবলৈ দৌৰ।

কাইটি যেন বৰ আচৰিত হ'ল। তেওঁ মাত লগালে—এ হয়নেকি। তোমালোকেও এই কিবা বোলেনে সেই বলগুটি খেদানেকি? কিনো সোৱাদ পায় বলগুটি খেদি আজিকালিৰ ল'ৰা মথাই খোদায়ন্দ্‌ কেৰিমেহে জানে। খেল আছিল আমাৰ দিনৰবোৰ। ক'ত যে হুৰাল সেইবোৰ ক'ব নোৱাৰো। কিযে ৰহইচৰে ভৰা খেল, টাংগুটি, হৈ-গুডু, গছ-কুপতি, আকৌ সেই কিবা বোলেনে তোমাৰ সেই ধোপ্‌।

—বাপ্‌ৰে। সেইবোৰ আকৌ কি খেলা। নামেই নাজানো এটাৰো।

—ক'ব বাক বৰ্‌বাৰে। বেটা, তই আগেয়ে কচোন।

—কওঁ নে?

—ওঁ। ক।

—কওঁ। শুনা আব্বা। এঠেং, দুঠেং,···দহ ঠেং···বাৰ ঠেং···

—হি-হি-হি। খুউব হৈছে।

– হি হি-হি। তোৰ মাথাটো ঠেং।

—ইঃ যা পাই। মোৰ মুখস্থই হোৱা নাই।

—সাঁথৰ আকৌ মুখস্থ হ'ব লাগে। বেঙী।

—তই কচোন বাৰু। বৰ পাৰিবগৈ একেবাৰে।

—হৈছে থ। নেলাগে ক'বলৈ তহঁতে। কাইটিয়ে নিজে কওকচোন। শুনিবলৈকে ভাল। ক'ব জানিব লাগে। কোৱাচোন কাইটি। চুৰেইয়াই ক'লে।

—অঁ।. তেনেহ'লে ময়েই ক'ব লাগিল। বাৰু। পিছে সৰুবোপা। তুমি আকৌ ভাঙনিটো জানাইবা কি জানি।

—আৰে। মই আকৌ জানিম কেনেকৈ ?

—কেলৈ, সৰুতে ? পাহৰি গ'লানেকি ?

—অহ অ'। বাৰু বাৰু। মই যদি জনা সাঁথৰ কিবা হয় উত্তৰ নিদিওঁ বাৰু। ৱাদা।

—বেচ্। শুনা তেন্তে। এঠেং, দুঠেং, চাৰি ঠেং, ছ ঠেং। কি পালা ? এঠেং দুঠেং, চাৰি ঠেং, ছঠেং। অঁ। এতিয়া চাৰি ঠেং ঠেঙে এঠেং ঠেঙক সুধিলে বোলে এঠেং ঠেং দুঠেং ঠেং ক'লৈ গ'ল ? কোনে সুধিলে ? চাৰিঠেং ঠেঙে। কাক সুধিলে ? এঠেং ঠেঙক। কি সুধিলে ? দুঠেং ঠেং ক'লৈ গ'ল ? এঠেং ঠেঙে বুলিলে, বোলো দুঠেং ঠেঙে ছঠেং ঠেঙক বিচাৰি গ'ল। কি কলে এঠেং ঠেঙে ? ক'লে, দুঠেং ঠেঙে ছঠেং ঠেঙক বিচাৰি গ'ল। অঁ; এতিয়া ক'ব লাগে, কোনে কাক কি সুধি কি সমিধান পালে ?

মোৰ মগজুত টিলিং! বাজিলেই। জানোৱেই উত্তৰ। ভাও জুৰি ক'লো—মই কাপোৰ-কানি সলাই, মুখ-হাত ধুই, চাহ-তাহ খাই, উত্তৰ দিম। সিমান পৰে ভাৱো। উঠা চুৰেইয়া, কাইটি, তুমি সিমান পৰে ইহঁতক তোমাৰ পাভমাছ ধৰাৰ গল্পটো কোৱা।

সিহঁতে কাইটিক চেপি ধৰিলেই। কোৱানা বৰ্বা। কোৱানা। কোৱানা।

—পাভমাছ খাবলৈ ইমান যে মজাৰ। অকণমান জনীৰ মন্তব্য।

কাইটিয়ে গল্প ক'বলৈ আৰম্ভ কৰিছিল। মই ভিতৰৰ পৰাই শুনি আছিলো তেওঁৰ গলগলিয়া মাত। মন কৰিছিলো মেজত চাহ-জলপান যতাই দিয়ে চুৰেইয়া গৈ আকৌ বাৰাণ্ডাত পাচলি লৈ বহিলেগৈয়ে। এনেকৈ এইটো কাম চুৰেইয়াৰ ক্ষেত্ৰত ব্যতিক্ৰম। এটা কথা মনত খেলাই গ'ল। চুৰেইয়াহঁত দোভাগখিনি সময় ঘৰতে বন্দী হৈ থাকে কাৰণে তেওঁলোকৰ কৌতূহল অলপ বেছিনেকি।

—অঁ। কি কৈছিলো। মাছ। মাছ-তাছ আজিকালি পাবলৈকে নোহোৱা হ'ল। কিবা দেৱাই হোৱাদি হ'ল। আমাৰ দিনত হ'লে, নকৈছো তোমাৰ, মাছেই মাছ। খাৱৈয়াৰহে নাটনি। ধৰাৰ চখতে ধৰে মানুহে। এবাৰ গৈছো, বুজিছা, বৰশী বাবলৈ। দৰিকাৰ পাভ। কেউপিনে ৰজনজনা। লজ্জতেই আলাদা। মনে লকলকায়। পাকৰৈজন হ'লগৈ মোব চিনাকি মানুহ। তিনিখন গুটিয়া নাও পাৰত বন্ধা আছিল। এখনৰ টিঙত আৰামচে বহি ল'লো। আৰু পেলালো চিপ্। তোমাৰ সেই গাতুৱা-কোন্দোৰ টোপ। পেলাবলৈ পালো কি নেপালো, নিলেই। মাৰিলো দুৰ্জয় চিপ্। পূৰ্ণহতীয়া। চি-উঁ-উঁ। আৰু সিফালে-লধপ্। এই জ'াই পাভ, পাৰত। ৰঙাটো। মুঠনীয়া। একৱাই নাৱত পেলাই থ'লো। চুৰুহে। তাৰ পিচত লালী লাগিল। চি-উঁ-উঁ, লধপ। চি-উঁ-উঁ, লধপ। চি-উঁ-উঁ লধপ। কেতেপৰ গ'ল ক'বই নোৱাৰো। চলি আছে। চলি আছে।

—কি চলি আছে, বৰ্বা? সৰুজনীয়ে সুধিলে।

—কেলৈ? চি-উঁ-উঁ, লধপ্। সৰুটোৱে ক'লে। ৰংপুৰীয়া কাইটিয়ে হাঁহিলে।

—অঁ। সেইটোৱেই। চি-উঁ-উঁ, লধপ্।

—তাৰ পিছত বৰ্বা। তাৰ পিছত?

—তাৰ পিচত? ওঁ, তাৰ পিছত ঘূৰি চাওঁ, নাও ব-গ্-গা-হ। খালোওঁ, পেলালোওঁ, বিলালোওঁ, পাহ্-পাহ্ কৰিলো।

মই যেতিয়া চাহ-তাহ খাই ওলাই আহি চকি এখন টানি মজলিচত শাৰী পুৰাওহি তেতিয়া ৰংপুৰীয়া কাইটিয়ে সিহঁতক টাংগুটি খেলাৰ কথা বুজাই আছে।

—জিগিনীৰপৰা গুটিটো যিমান দূৰত পৰিল বাৰিডালেৰে জুখিব। জোখবোৰ এনেকুৱা, এঙ', দুহ', তিনা, চাৰা, পাঞ্চল, ছ'ল, এই নিচিনাকৈ। খেনোৱে আকৌ একি, দুকি, এনেকেও লেখে। বৰ মজাৰ। পিছে বৰ খতৰনাকো।

—কেলৈ?

—এখেলাত এটা মানৰ হলেও কপাল ফুটিবই। চকুও যায়।

—আৰু বৰ্বা। সেই কি, সেই কি, ধোপ।

—ধোপ। আটাইকেউটাই একেলগে কৈ হাঁহিছিল।

কাইটিয়ে সিহঁতক ধোপ খেলাৰ বিৱৰণ দিছিল। আৰু মোৰ মনটো ক'ৰবাত বনাই ফুৰিবলৈ আৰম্ভ কৰিছিল।

সেই খেলবোৰ হেৰাই গ'ল। সেই যুগ, সেই কালো শেষ হ'ল। ধৰি ৰখা নহ'ল একো। লিখি ৰখাও নহ'ল। এটা জাতিয়ে বৰ্তমান আৰু ভৱিষ্যতক লৈ ব্যস্ত থাকোতেই সময়ে অতীতক ঢাকি ক'লা পৰ্দা তৰি দিলে। সেইবোৰ খেল আৰু আজিৰ খেলৰ মাজত কি আকাশ-পাতাল পাৰ্থক্য। আজিৰ খেলবোৰত বিজ্ঞান আছে। আন্তৰ্জাতিকতা আছে। আৰু হয়তো বহুত কিবা-কিবি আছে। কিন্তু সেইবোৰ খেলত থকা স্ফুৰ্ত্তি, আন্তৰিকতা, অন্তৰঙ্গতা কিমান আছে ভাৱি চাব লগীয়া। টিংটুঙলি কেইটামান লৈ আপোন পাহৰি উমলি থকা শিশুৰ খেলখনতকৈ মধুৰ আৰু মহৎ খেল কিবা আছেনে। ক্ৰমাগত খেলে খেলাৰ চৰিত্ৰ হেৰুৱাই প্ৰফেশ্যনৰ চৰিত্ৰ আহৰণ কৰিব ধৰিছে। আৰু খেলৰ বাঘজৰিদাল হাতত লৈছে স্বয়ং কূটনীতিৰ দেৱতাই। সময়ে ভৱিষ্যতে কি দেখুৱায় কোনে জানে।

অন্যমনস্কভাৱেই কৈ পেলালো।

—কাইটি, ইহঁতক অলপমান জাৰি-জিকিৰ গাই শুনোৱা। আৰু সেই যে সেইবোৰ কি কি গোৱা তুমি আগতে। অকণমান গোৱাচোন। মোৰো বৰ শুনিবৰ মন গৈছে। আজিকালি সেইবোৰ গ'লেই।

—তুমি বা কিহৰ কথা কৈছা, সৰুবোপা।

—এহ্ সেই যে। কি না-ম। এহ্ সেই যে সুৰ ধৰি এজনে পঢ়ে। জুম পাতি এজাকে শুনে। সেই যে, ৰবা, শাৰী এটা মোৰ মনত পৰিছে।

'লাখে লাখে সৈন্য মাৰে কাতাৰে কাতাৰ।

চুমাৰ কৰিয়া দেখে এঘাৰ হাজাৰ

—অ'। কাচাচালান্থিয়া। নাই। পাহৰিলো নহয় সেইবোৰ গোটেইগাল। আমি আৰু তোমাৰ শুনি শুনিহে শিকা। নপঢ়া মানুহ। আজিকালি ৰেয়াজ নাই। ক'তনো মনত থাকিব।

—কাৰনো কি মনত থাকে, কাইটি। চবেই চব পাহৰি যায়। সংসাৰৰ নিয়ম। তথাপি যি অকণ পাৰা শুনোৱাচোন। ইহঁতেনো আৰু ক'ত শুনিবলৈ পাব। আমাৰো ভাল লাগিব।

—এহ ডাঙৰ লেঠাত পেলালা নহয়, সৰুবোপা। কিনো শুনাও। সেই অনা ডেলেই। বাৰু। এতিয়ালৈ থাককচোন। মই আছোৱেই নহয়। ৰাতিলৈ কিবা এটা কৰিম বাৰু। মগৰিবৰ ৱক্তো হৈ আহিল। আজান দিয়েহে লাগে। মই মচজিদলৈকে যাওঁ। তুমি একা ?

—গৈছো কাইটি। ৰ'বা, মই অজু কৰি লওঁ।

…ৰাতিলৈ ইছাৰ নামাজৰ পিছত মই আৰু ৰংপুৰীয়া কাইটি নিজগ্গাল হৈ অকলে আগফালৰ বাৰাণ্ডাত ওচৰা-উচৰিকৈ বহিছিলো। চুৰেইয়াই আলহীৰ মন বুজি ৰন্ধা-বঢ়া কৰাত পাকঘৰত ব্যস্ত আছিল। তেওঁ ভালকৈ জানে ৰংপুৰীয়া কাইটিয়ে কি কি খাই ভাল পায়। সেই মতে পৰাখিনি যোগাৰ কৰিছে। ইহঁত তিনিওটা ভাগে ভাগে নিজৰ নিজৰ পঢ়া মেজত। খোৱা মেজত ভাত-পানী সজাই নমতালৈকে এতিয়া এটাকো উঠি আহিবলৈ নিদিয়ে চুৰেইয়াই।

আমি দুয়ো ভালেমানখিনি সময় চুপচাপ বহি আছিলো। এটা কলকলাই খলখলাই থকা তজবজীয়া ল'ৰাই যেতিয়াই জুপুকা মাৰি বহি থাকে তেতিয়াই বুজিব লাগে অসুখ। কাইটি শুই নেথাকিলে এনেই নেথাকে। হয় শাৰীৰিক নহয় মৌখিক কিবা এটা কৰি থাকিবই। এতিয়া চুপচাপ বহি আছে। জোনটো মেঘৰ আঁৰত লুকাই জোনাক-বোৰ ধোঁৱা-ধোঁৱা কৰি পেলাইছে। অথনিৰে পৰা কিবা এটা ছাঁ দেখি লেকাট ভৌ-ভৌ কৰি থকা ওচৰৰ ঘৰৰ তীখা কুকুৰজনী হঠাৎ নিৰৱ হৈ গৈছে। আৰু লগে লগে ওচৰতে কেনিবা সঙ্গীক মাতি চিঞৰি থকা উঁইচিৰিঙা জাতৰ কিবা এটা পতঙ্গৰ মাত স্পষ্টকৈ শুনা গৈছে। ফলত কাইটিৰ মৌনতা প্ৰায় শাৰীৰিকভাৱে অনুভৱ কৰিব পৰা হৈছে।

—কাইটি। কিবা ক'ম বুলিছিলা। অগত্যা ময়ে লাহেকৈ মাত লগালো।

—হোঁ। অ' কওঁ। কওঁ।

এইবুলি কাইটিয়ে লাহে লাহে নিম্ন কণ্ঠে তেওঁৰ সমস্যাৰ কথা ক'বলৈ আৰম্ভ কৰিলে। মই কাণ পাতি শুনি গ'লো। বাৰে বাৰে মোৰ মনলৈ এটা কথা আহি থাকিল। ষ্টিল ব্লাটাৰ ৰানচ্ দিপ্। কথাষাৰ কোনে কৈছিল বাৰু। বৰ যেন সঁচা নহয় কথাষাৰ।

—বৰ দুখ-বেজাৰৰ কথা এইবোৰ, সৰুবোপা। কলিজাখন পুৰি যায়। তুমি বুজিব নোৱাৰিবা। লুইতেহে বুজে বঠা কিমানলৈ বহে। তোমাক ক'বলৈ মন যোৱা নাই। কাকো ক'বলৈ দিলটোৱে নকয়। মই জানো ইন্নাল্লাহা মা-আচ্‌চাবিৰিন। সহি থাকিব পৰাজনৰ লগত আল্লাহ থাকে। কিন্তু দেহা যে মাটিৰ ঢেলা। ভাগি-ছিগি যাব খোজে। ইকালে নকলে নহয়। উপায় নাই। জোৰ পুৰি হাত পালেহি। আল্লাহে যি কৰে। গুণাহ হয় যদিও নেজানো। অস্তাগ্-ফিৰুল্লাহ।

—কাইটি, হুস্কিলে-মস্কিলে আত্মীয়-স্বজনৰ লগত শলা-পৰামৰ্শ কৰা বেয়া হ'ব কেলৈ? আপোনানো কিহৰ? দুখতে যদি কামত নাহে।

মোক যদি ভাই বুলি ভাবা, বেফিকিৰ কোৱা। মোৰ পৰা তোমাৰ বেয়া এটা হ'বলৈ মই নিদিম নহয়।

—সেই কাৰণেইতো ধপলিয়াই আহিছো। সৰুবোপা, তুমিতো জানাই, মোৰ ৰেণু কিমান ভাল ছোৱালী। মা-মৰীয়া ছোৱালী। সেই দহবছৰীয়াজনীৰ পৰাই একহতীয়াভাৱে গোট এখন ঘৰ চম্ভালি আহিছে। ৰন্ধা-বঢ়া ধোৱা-পখলাৰ পৰা গৰু-গাই চোৱালৈ সময়ত ভুঁই ৰোৱালৈ কত কাম তাই হাঁহিমুখে উঠুৱাই দিয়ে। আৰু তেনেকৈয়ে তাই পঢ়ি-শুনি মেট্ৰিকটোও পাছ কৰি পেলালে। মাজতে মই কেইবাৰ পঢ়া এৰুৱাব খুজিলো। নোৱাৰিলো। আল্লাহে তাইক বুদ্ধি এফেৰামান দিছে। মই নুবুজা কথা তাই আয়াসতে বুজে। তাৰ পিচত স্কুলৰ কামটোত সোমাই খা-খৰচকে ধৰি ঘৰখনৰ পূৰা ভাৰ কান্ধ পাতি ললে। সঁচা কথা ক'বলৈ কি, মোৰ গাত আজিযে এসাজ চফা কাপোৰ দেখিছা, তাইৰ যহতে। পিছে সৰুবোপা, এইবোৰ কথা তুমি কিজানি জানাই। এনেই বলকিহে আছো।

—জানো কাইটি। তথাপি কোৱা। কৈ যোৱা। শুনিও ভাল লাগিছে। আৰু তোমাৰ মনটোও হাল্কা হওঁক।

—তাই পিছে এবাৰহে এটা কেনা লগাইছিল। এই ল'ৰাটোৰ লগত, মোৰ জেঁৱাইটোৰ কথা কৈছো, বিয়া হ'ব খোজোতে। মোৰ কথা নুশুনিলে। মানুহৰ পো-জী বাপ-মাৱৰ তাবে হ'ব লাগে। তাই নিজে দৰা বাচিলে। মই বেয়া পাইছিলো। বোলো সি তোৰ যোৰৰ নে ফেৰৰ। বোলো তই পঢ়া ছোৱালী। সি হৰফ এটা চিনি নেপায়। হাল-কোৰ বায়। হাট-বজাৰ কৰে। পিছে তাই এবাৰ কথাৰে মোৰ মুখ মাৰি থ'লে। বোলে ৰচুলুল্লাহ নিজেই দেখোন পঢ়া-শুনা নজনা উম্মি মানুহ আছিল। কাৰবাৰো কৰিছিল। মেট্ৰিক পাচ কৰিলেই মানুহ জ্ঞানী নহয়, নহয়। এই ল'ৰাটো জ্ঞানী। পিচে তাই ঠিকেই কৈছিল। মই এতিয়া বুজিছো—জেঁৱাই গুণীও, জ্ঞানীও। আল্লাহে কৰাত জেঁৱায়ে এতিয়া পঢ়া-শুনাও শিকিলে।

—ৰেণু সঁচাই ভাল ছোৱালী। আল্লাহে সিহঁতৰ ভাল কৰিব।

—পিছে মোৰ ল'ৰাটো, সৰুবোপা। সি মোক বৰ ঠগন দিলে। বৰ গণ্ডাৰী কৰিলে, সৰুবোপা। ৰৌচন মানে হেনো পোহৰ। বৰ হাউচত মই তাৰ নাম থৈছিলো ৰৌচন। মাকে তাক তোমাৰ ফুটত তুলিব খুজিছিল। সি কেউপিনে এন্ধাৰেই কৰিলে।

কাইটিৰ মাতটো যেন ক'ৰবাত লাগি ধৰিলে। মই বৰ অস্বস্তি অনুভৱ কৰিলো। এনেকুৱা অৱস্থাত, এনে আৱেগিক মুহূৰ্ত্তত মোৰ নিজকে বৰ এলাইবাহু যেন লাগে। দিশহাৰা। কি কৰিব লাগে মই জানো ঠিকেই। কিন্তু তাকেই কৰিব নোৱাৰো। পেপুৱা লাগো। এনে মানুহ মই দেখিছো যি মৰাৰ ঘৰত খবৰ কৰিবলৈ গৈ ধেৰ-ধেৰ বিচিত্ৰ সান্ত্বনাৰ কথা ক'ব পাৰে। এনে মানুহো মই দেখিছো যি কোনোবাই দুখত কান্দিলে লগতে এসোঁতা কান্দি সমবেদনা জনাব পাৰে। আনৰ দুখৰ শ্বৰিক হ'ব পাৰে। মই এটাও নোৱাৰো। মানুহৰ দুখ দেখিলে মই বৰ অসহায় হৈ পৰো। দূৰৰ পৰা চাই থকাৰ বাহিৰে একোৱেই কৰিব নোৱাৰো। কি মৰাত্মক এটা দুৰ্বলতা।

তথাপিতো কিবা এটা ক'বই লাগিব। ক'লো। কথাখিনি মোৰ নিজৰ কাণতে বেসুৰা লাগিল।

—কি কৰিবা, কাইটি। বেজাৰ নকৰিবা। মানুহৰ পাঁচোটা আঙুলিও জানো সমান হয়।

— ইফালে মই। তাৰ কাৰণে মই কি নকৰিলো। সৰুবোপা, নিজে নেখাই তাক খুৱাইছিলো। নিপিন্ধি পিন্ধাইছিলো। তাৰ কাৰণেই পেণুকণা ৰেণুজনীৰ কিমান আব্দাৰ মই পুৰা কৰা নাছিলো। তাৰ পঢ়া খতি হয় বুলি মই ৰেণুকে গেবাৰী খটুৱাইছিলো। ছোৱালীয়ে পঢ়িনো কি মহাৰাণী হ'ব সেইটোৱেই ভাৱ। তাই মোৰ লগতে পথাৰলৈ যায়। জলপান নিয়ে। ভুঁই পৰ্য্যন্ত ৰোৱে। তাৰ মই ভৰিত এচিকটা ৰোকা লাগিবলৈ নিদি তাক মই ফুলবাবু বনাব খুজিছিলো। বাবু সি হ'ল। পিছে ইয়ালৈকে জানো মানুহ বাবু হয়। নিজৰ পেটৰ পোৱালিক বেলেগ বেলেগ নজৰেৰে চাই মই

কিজানি ডাঙৰ বেইমানী কৰিলো। আল্লাহে কিজানি সেই কাৰণেই মোক এনেকুৱাকৈ চাজা দিলে।

ক'বলৈ একো কথা বিচাৰি নেপাই মই মনে মনে বহি থাকিলো। কাইটিও ভালেমান পৰ মনে মনে বহি থাকিল।

হঠাৎ এজাক বতাহ ফুৰফুৰকৈ ববলৈ ধৰিলে। জোনটো মেঘৰ আঁৰৰপৰা ওলাই আহিল। ব্লিডিং হাৰ্ট জোপাৰ পাতৰ ফুকডাৱে এচমকা বগা পোহৰ আহি কাইটিৰ মুখত পৰিছিলহি। দেখিলো মুখখন ৰঙা। চকু দুটা তিৰবিৰাই আছে।

কাইটিয়ে পুনৰ লাহে লাহে এইবাৰ সংযত কণ্ঠে ক'বলৈ ধৰিলে।

—সি তাৰ স্কুলীয়া পঢ়া আদখনীয়া কৰি এৰিলে। এৰিছ এৰ। ভেকুলিৰ পিঠিত কি নোম গজিব। ঘৰখনলৈকে নজৰ দে। তাৰ সেইবোৰ নাই। ধিতিঙালি কোবাই ঘূৰি ফুৰি মূৰকত যেনিবা আক-তাক খাটি-খুটি পিয়নৰ কাম এটাত সোমাল। সোমালি সোমা। একো বেয়া নহয়। তই যদি আল্লাহৰ পথত থাকিব পাৰ, একো কামেই বেয়া নহয়। বেয়া হ'ব নোৱাৰে। পিচে ·

কাইটি বৈছিল। এবাৰ মোৰ মুখলৈ চাইছিল। তাৰ পিছত আকৌ কৈছিল।

—পিচে···বুজিছা সকবোপা। এবাৰ হেনো ৰচুলুল্লাহে চাহেবা-সকলক কিয়ামতৰ আলামতৰ কথা কৈছিল। কিয়ামত ওচৰ চাপি অহাৰ চাৰিটা চিনৰ এটা চিন হেনো হ'ল দুনিয়াইত যেতিয়া কম দৰ্জাৰ মানুহে বেচি দৰ্জাৰ মানুহতকৈ বেছি আমদানি কৰিব তেতিয়াই চমু চাপি আহিব। ই চাকৰিত সোমোৱাৰ ছমাহ দিনতে তাৰ চেহেৰা নিপোতল বগা-গাহৰিটো যেন হ'ল। সাজ-পোছাক ধোবাই-ধোৱা নিতৌ এসাজ-এসাজ হ'ল। চাইকেল নহ'লে এখোজো চলিব নোৱাৰা হ'ল। আৰু ভনীয়েকৰ ওপৰত বেছি হুকুমদাৰী চলিবলৈ ধৰিলে। মই বুজিলো সি আওবাটে গ'ল। ইমান পয়চা, ইমান ৰোৱাব, এটা পিয়নৰ দৰ্মহা কেইটকাৰে নাহে। তাতে শুনিলো, ওপৰৱালাই হেনো তাকহে বেছি ভাল পায়। মোৰ খং উঠিল। আৰু এদিন তাক মই

বকিলো। অলপ বেছিকৈয়ে বকিলো। ক'লো, ছক-হালালৰ পথত থাকিব নোৱাৰিলে মানুহ জীয়াই থকা-নথকা একে। মোৰ ঘৰলৈ তাৰ পয়চাৰে একো যেন সি নানে।

কাইটিহঁতে সেইবোৰ কথা সহজভাৱেই জানে। আজিকালি অনেক ভাল শিক্ষিত মানুহেও কিন্তু সেইবোৰ কথা বুজিকে নেপায়। আগেয়ে আই-আটাজিহঁতে নাতি-নাতিনীহঁতক সেইবোৰ কথাৰ 'মছলা' থকা নানা কিচ্ছা-কাহিনী কৈছিল। আজিকালি আজগুবি গল্পৰ কিবা এখন ছবি-আলোচনী কিনি দিলেই অভিভাৱকৰ দায়িত্ব শেষ। আচম্বিতে মোৰ সৰুতে শুনা তেনে এটা সাধু মনত পৰি গ'ল। খলিফা ওমৰেই বোধকৰোঁ হ'ব। খলিফাই এদিন সন্ধ্যা মমবাতি এডাল জ্বলাই চৰকাৰী কামৰ কিবা দলিল-সম্ভাবেজত চকু ফুৰাই আছে। এনেতে আহিল দুজন পুৰণি ইয়াৰ-দোস্ত। লগ পাবলৈ। কথা পাতিবলৈ। খলিফাই ফু-মাৰি মমডাল নুমুৱাই তেওঁলোকক বহিবলৈ ক'লে। সম্ভাষণ জনালে। দোস্তকেইজনে বৰ অস্বস্তি বোধ কৰিলে। অলপ অপমানিতো বোধ কৰিলে হয়তো। এজনে কৈয়ে পেলালে—

—দোস্তৰ মুখেই নেচায়নেকি? আমি তেন্তে উঠোহে।

—মাফ কৰিবা দোস্ত। আগে মোৰ মজবুৰি বুজি লোৱা। মমবাতি জ্বলাই ৰৌচনাই কৰিবলৈ মোৰ সিমান পয়চা ক'ত। এইডাল হ'ল চৰকাৰী মমবাতি। চৰকাৰী কামত ব্যৱহাৰ কৰিবলৈ মই পাইছো। কৰিছিলোও। এতিয়া আমাৰ ভিতৰুৱা মেলত চৰকাৰী মম জ্বলাম জানো। তোমালোকেই কোৱা।

দোস্তসকলে মাৰ্হাবা মাৰ্হাবা কৰি উঠিছিল। আজিৰ মানুহে ক'ত বুজিব। আজিতো চৰকাৰী খৰচত মানুহে কি নকৰে সেইটোৱেহে এটা দুৰ্গম গৱেষণাৰ বস্তু। আজিৰ দিনত এইবোৰ কিচ্চাৰ একো মূল্য হয়তো নাই। কিন্তু কাইটি আজিৰ মানুহ নাছিল।

তেওঁ কৈ গৈছিল —মই গ'ম পাইছিলো সি চেষ্টা কৰি আক-তাক খোচামুদি কৰি বেলেগ, অলপ দূৰৰ, এখন নগৰলৈ বদলি হৈ গ'লগৈ। এনেও গাঁৱত তাৰ মন নবহিছিল। না-পচন্দ। কি আছে গাঁৱত।

চিনেমা, হোটেল, বজাৰ। এইবোৰ লৈয়েতো টাউন। টাউনীয়া মানুহ। ঘৰৰ লগত তাৰ হোকাপানী বন্ধ হৈ গ'ল।

—এবাৰো অহা নাইনে। খুনীও হেনো খুনৰ ঠাইলৈ জীৱনত এবাৰ হ'লেও ঘূৰি আহে। ওপজা ঠাইখনলৈ মানুহ নাহি থাকিব পাৰেনে।

—অহা নাছিল। মন তাপৰিব নোৱাৰি খবৰ এটা দিছিলো। ভনীয়েকৰ বিয়াত। নাই নাহিল। মানুহৰ আগত দাংকোপ মাৰি ক'লেহে বোলে তাৰ কোনো বাপ্ নাই। বহিন নাই।

খন্তেক কিবা এটা ভাবি নিতাল মাৰি থাকি কাইটিয়ে পুনৰ কৈছিল,—তাতে সি বিয়াও পাতিলে। আমাক কথা এবাৰো নজনালে। নগৰীয়া ছোৱালী। ভাল ধন-বিত থকা মানুহেই বোলে। পিছে গুৰি-গোষ্ঠীহে হেনো কিবা গোলমলীয়া। হ'বই। নহ'লে সিঘৰৰ ফালৰ পৰা হ'লেও বাপেকীটোৰ বিচাৰ খোচাৰ এটা ল'লে-হেঁতেন। সি বোলে তাত ঘৰ এডোখৰো বনালে। খুনৰ সমধো বৰ থুমুকা, সৰুবোপা। কেই বছৰনো ঘূৰিল। তাক পাহৰাৰ নিচিনাই হ'ল।

ৰংপুৰীয়া কাইটিৰ মনৰ দুখৰ গভীৰতা উপলব্ধি কৰিবলৈ যত্ন কৰিছিলো। পৰা নাছিলো। ঘায়েলৰ দুখ ঘায়েলেহে অনুভৱ কৰিব পাৰে। এটা অসহায়ভাবে মোক ব্যতিব্যস্ত কৰিছিল। তেওঁ হঠাৎ ঘূৰি মোৰ চকুৱে চকুৱে চাই অলপ খঙেৰেই ক'বলৈ ধৰিলে।

—পিচে অলপতে সি আহিছিল। আমাৰ ঘৰত নাই থকা। টাউনত হোটেলত থাকিল। ধুমুহা অহাৰ নিচিনাকৈ আহিল আৰু গ'ল। ভেট্‌ভেটিত। আকৌ হেনো আহিব। মোৰ ফয়চলা জানিবলৈ। নহ'লে হেনো চিধা কেছাৰীলৈ যাব।

—তাকনো কিহৰ ফয়চলা লাগে?

—পথাৰৰ মাটিখিনি হেনো তাৰ নামে নামজাৰি কৰি দিব লাগে। সি হেনো গ্ৰাহক ঠিক কৰি থৈছে। বেচিব। তাৰে টাউনত এডোখৰ মাটি কিনি ভাৰাঘৰ বনাব।

—তুমি কি ভাবিছা, কাইটি?

—তুমিয়েই কোৱাচোন সকবোপা, কোন গৰজত তাক মই মাটি দিম। আতাজি-পুথাজিৰ দিনৰ এচিকটা মাটি মই চিনাৰ খুনেৰে বসাল কৰি ৰাখিছো। বঢ়াব নোৱাৰিলেও কমিবলৈ দিয়া নাই। বাপেকৰ কোনটো হক সি আদায় কৰিলে—মাটিৰ দাবী কৰিবলৈ। তাৰতো বাপ নায়েই বুলি সি কৈছিল।

—এতিয়া পিছে তুমি কি কৰিম বুলি ভাবিছা ?

—মই দুটা কাম কৰিম বুলি একিন কৰি ওলাই আহিছো। তুমি এফেৰামান লাগি-ভাগি আগ-পিচ কৰি দিব লাগে। হাকিম-মুন্সিফ উকীল-মুক্তিয়াৰ চব তুমি চিনি পোৱা। জানা। পহিলাতে মোৰ ঘৰ-মাটি যি য'ত এচুকুট এমুঠন আছে মোৰ জী ৰেণুৰ নামে ৰেজেষ্ট্ৰি কৰি লেখি দিব লাগে। দোচোৰাত, মই কেছাৰী ঘৰলৈ গৈ মোৰ ল'ৰা বৌচনক ত্যাজ্যপুত্ৰ কৰিলো বুলি লেখা-পঢ়া কৰিব খুজিছো। যাতে, মই মৰাৰ পিছতো মোকৰ্দমা কৰিলেও সি যেন মোৰ ফুটা পয়চা এটাতো হাত দিবলৈ নেপায়।

হঠাৎ কাইটি বৈ গৈছিল। কথা কোৱা বন্ধ কৰি অলৰ হৈ প্ৰাচীন এটা মূৰ্ত্তিৰ দৰে বহি ৰৈছিল।

কিন্তু তেওঁৰ সেই মৌণতা আছিল ভয়লগা ধৰণে সৰৱ। মুখৰ। যিটো মানুহে জীৱনত কোনো ধৰণৰ লোভ কৰি নেপালে, নিজক উজাৰ কৰি দিয়েই আহিল ধনেৰে নহ'লেও মনেৰে, দেহাৰে, কোনো দিন ল'বলৈ নিশিকিলেই, সেইটো মানুহে আপোন পুতেকক ফুটা কড়ি এটাও দিবলৈ নোখোজাৰ আঁৰত কি গভীৰ দুখ, কি বেদনা লুকাই থাকিব পাৰে বুজা সহজ নহয়।

মই চক খাই উঠিছিলো।

ইয়া আল্লাহ। ইকি নিদাৰুণ পৰীক্ষাৰ মুখামুখী হ'বলৈ বাধ্য কৰিলা তুমি মোক। মই এতিয়া কি কৰিম। শুদ্ধ পথ কি হ'ব। নলগা জেওত লাগিবলৈ গৈ শেষত নিজেও আঁচোৰ খাব লগা হয় বা। কিন্তু নলগা জেং ? কিয় হ'ব। কাইটিৰ সমস্যাতো মোৰ নিজৰে সমস্যা।

বেছি আৰু একো ভাবিবলৈ নহ'ল। ফট্ কৰে কৈয়ে পেলালো— কাইটি, কোনোবা এজন চাহেবে কৈ থৈ গৈছে বোলে দুটা মূৰ একে লগে এটা মূৰতকৈ ভাল। তুমি বাৰু আজি আকৌ এবাৰ ভালকৈ ভাবি-গুণি চোৱাচোঁন। ময়ো এবাৰ ভালকৈ ভাবি চাওঁ। আগতে নেজানোৱেই নহয়। কাইলৈ ৰাতিপুৱাই কিবা এটা চয়-নিচয় হ'ব। এতিয়া···অ' হেৰা, চুৰেইয়া। হেৰা শুনিছানে। বোলো খোৱা-বোৱাৰ কিমান দূৰ। কাইটি সোনকালে শোৱা মানুহ।

—ই-ই। মোৰ ভাত-পানী কাহানিবাই হৈ ককাই ৰজা বুঢ়া হ'ল। আকৌ তপতাবহে লাগিব যেন পাইছো। তোমালোকেহে কিবা ফুচফুচিয়া গুজগুজিয়া বিয়নি মেলত বহিলা। আহাই। ইহঁত তিন্‌টা শাৰী পাতিলেই।

আমি দুয়ো গৈ আমাৰ বাবে ঠিক কৰি থোৱা চকিত বহিছো কি নবহিছো, সকুজনীয়ে টেঁ-এ-টঁকৈ মাত লগালে—

—সকৰ্কা। ডাঙৰ্কা। ফেইল।

—কি ফেইল অ' বেটা? মই সুধিলো।

—আমি তিন্‌টা যেনিবা সৰু। আমি যেনিবা ফেইল। দেখিবলৈ ভাল। মাইতো মাইয়েই। পাকঘৰৰ মন্ত্ৰী। মাই ফেইল হ'বই। খোদ্ প্ৰফেচাৰো ফেইল। ইচ্ ইচ্ ইচ্।

—কি ক'লি মোক? মই পাকঘৰৰ মন্ত্ৰী। খাবি এক চৰ।

—কি ক'লি? মই ফেইল। হেৰ মই জীৱনত অঙ্কতো ফেইল নোহোৱাকৈ আহিলো। এতিয়া আকৌ কিহত ফেইল হ'বলৈ আছে, হোঁ।

— কথা সলাইছে চা। ক'বই যেনিবা নোৱাৰে। কেলৈ সেইযে···

—এঠেং, দুঠেং, চাৰিঠেং, ছঠেং তিনিওটাই একে লগে ক'লে।

—অ'। সেইটোনো এটা সাঁথৰনে। মোৰ বাওঁহাতৰ খেল। মই আকৌ ক'লো বুলিহে ভাবিছিলো। কোৱাই নাই নেকি।

—ইহ্ ইহ্। হৈছে হৈছে। কোৱাচোঁন বাৰু।

—ক'ম? কাইটি কওঁনে?

—এ, কোৱা আৰু। মোৰ পিছে মনত একেৰিমান খুকুৰি থাকি গ'ল। কেনিবা জেওবা-জপনা খোল খাই থাকিলনেকি। অকণ অকণ গোন্ধাইছে।

মই হাঁহিলো। বাকী কেইটিয়ে পিছে কথাৰ ভেদ নেপালে। নেহাঁহিলেও।

—কওঁ তেন্তে। সাঁথৰত একো নেথাকে অ'। চব পানী। মগজত অলপ ধাৰ থাকিব লাগে। শুন। এঠেং ঠেং, তামোল গছ। চাৰি ঠেং ঠেং মেকুৰি। মেকুৰি এটাই তামোল জোপাক স্থুধিলে, ছুঠেং ঠেং ক'লৈ গ'ল। ছুঠেং ঠেং হ'লগৈ তইঁতৰ শালিকা। তামোল গছত বহে। মেকুৰিৰ ধৰি খোৱাৰ ফিকিৰ-ফন্দীৰ আদি-অন্ত নাই। শালিকা ক'লৈ গ'ল।

অকণমানজনীয়ে হাত-চাপৰি বজাই কিৰিলিয়াই উঠিল-ই, বুজিলো। বুজিলো। শালিকা লথৌ থৌ। ভাত হ'ল। দিহ হ'ল। খাহি আহ। শালিকা ক'লৈ গ'ল। এইখিন্তে আছিলে গোবৰ খুচৰি। কোনবাই লৈ গ'ল ডিঙি মুচৰি। মেকুৰিয়ে নিলেনেকি আব্বা।

—চুপ্ অ' এইজনী। এইজনী ৰেক্ৰেকি চেক্চেকি। শালিকাই। ইফালে সাঁথৰৰ উত্তৰেই মিলা নাই। কোৱা আব্বা।

—অঁ। এঠেং ঠেঙে মানে তামোল গছে ক'লে, ছুঠেং ঠেঙে মানে শালিকাই ছঠেং ঠেঙক···ছটা ঠেং কিহৰ থাকে? কোনে ক'ব?

—ওঁ ওঁ, মকৰাৰ।

—ওহোঁ। মকৰাৰ আঠ।

—মই ক'ম। ফৰিঙৰ।

—ফৰিঙৰ। শালিকাই ফৰিং বিচাৰি গ'ল। হ'লনে? মিলিল নে? কাইটি কিমান নম্বৰ?

—নম্বৰ হওঁতে পুৰাই পাইছা। পিছে চোভা থাকিল। নকল-চকল কৰিলানেকি। আজিকালি সেইবোৰ চলিছেই যেতিয়া। খোৱা। খোৱা। মাজনি। পাভমাছ খোৱা। মজাদাৰ।

—খাইছো বৰ্ৱা। চিঁ-উ-উ।

—ধপ্ ধপ। হি-হি-হি। হি-হি-হি।...

...ৰাতি এডোখৰলৈ টোপনি অহা নাছিল। ৰংপুৰীয়া কাইটিৰ সমস্যাটো নানান দৃষ্টিকোণৰপৰা ভাবিবলৈ যত্ন কৰিছিলো। কিন্তু একো সিদ্ধান্তত উপনীত হ'ব পৰা নাছিলো। অথচ এই এটা মানুহ কিমান প্ৰত্যাশা লৈ মোৰ ওচৰলৈ আহিছে। আৰু মই ভাবি একো উৱাদিহ পোৱা নাই!

মোৰ গৰম লাগিছিল। চটফট কৰি থকা দেখি চুৰেয়াই লাহে লাহে বিচি দিছিল। তাৰ মানে তেওঁৰো টোপনি অহা নাই। মোক সূক্ষ্মভাৱে নিৰীক্ষণ কৰি আছে। কিন্তু এটা প্ৰশ্নও সোধা নাই। এবাৰো জানিব খোজা নাই ৰংপুৰীয়া কাইটিৰ লগত মই কি ইমান কথা পাতিলো। তেওঁৰ এই সংযম মোৰ ভাল লাগে। সংযমৰ শিক্ষা ইচলামৰ এটা বৰ ডাঙৰ শিক্ষা।

হঠাৎ চেইন ৰিএক্সনৰ দৰে এটাৰ পিছত এটাকৈ দুটা স্মৃতি মোৰ মনলৈ আহি গৈছিল। আৰু মই পাই গৈছিলো মোৰ সমস্যাৰ সমাধান। চুকুৰ আল্‌হামদু লিল্লাহ।

ডাক্তৰ মোমাইটি মোৰ বাবে আছিল কাহিনীৰ ভঁড়াল। কাহিনীৰো ভঁড়াল, শিক্ষাৰো ভঁড়াল। মোমাইটি আজি নাই। এটা ডাঙৰ শূন্যতা প্ৰায়ে মই অনুভৱ কৰো। মোমাইটিয়ে জীৱনক যেনেকৈ চাইছিল তেনেকৈ চাবলৈ শিকাযে নহ'ল। সেই মোমাইটিৰ মুখতে শুনা কথা। আমাৰ মুছলমান গাওঁবোৰত মাজে মাজে এটা বৰ আহুকলীয়া সমস্যাৰ উদ্ভৱ হয়। তালাকৰ পৰা উদ্ভৱ হোৱা সমস্যা। স্বামী আৰু স্ত্ৰীৰ এৰা-এৰি কেতিয়া হ'ব পাৰে আৰু কিয় হ'ব পাৰে তাৰ পুঙ্খানুপুঙ্খ আলোচনা আৰু নিৰ্দেশ ইচলামত আছে। ঘৰ দোজখ হোৱাতকৈ বিচ্ছেদ হোৱা যে ভাল সেয়া স্বীকাৰ কৰি লোৱা হৈছে। তাৰ বাবে নিৰ্দিষ্ট ৰীতি-নীতিও ঠিক কৰা আছে।. কিন্তু তাৰ লগতে এই কথাও জোৰ দি কোৱা হৈছে যে তালাক আল্লাহৰ চৰম না-পচন্দৰ বস্তু। অতি বেয়া পায়। কিন্তু অনেকে মুছলমানৰ বাবে স্বামীয়ে স্ত্ৰীক ত্যাগ কৰাটো কোনো কথাৰ কথাই নহয় বুলি ভাৱে।

তিনিবাৰ টেটু ফালি চিঞঁৰি দিলেই সেঠা ছিগিল বুলি ভাৱে। ফলত টিওকৰা, দন্দুৰা, ভাৱিব নজনা, ওভটগোৱে নচা, ওফাইদাং, দাংকোপ, অনেকে তালাক দি পিছত হাহাকাৰ কৰি মৰে। সামাজিক অস্থিৰতা আৰু এক বিশেষ ধৰণৰ অশ্লীলতাৰ সৃষ্টি কৰে।

মোমাইটিয়ে কৈছিল—

—বুইছ প্ৰফেচৰ। এই যে তালাকৰ কাণ্ডবোৰ, ইয়াৰ শতকৰা নৱৈৰ ভাগৰ ক্ষেত্ৰত কোনো যুক্তি নাই। চব টিক্-টিকি পাবৰ যোগ্য। সৌকা। মই তোক এটা গল্প কওঁ শুন। মোক মোৰ ৰবাই কৈছিল। মনত ৰাখিবি। কেতিয়াবা কামত আহিব।

— সেই হাইদৰী হাক মৰা মৌলানা চাহেবৰ গল্প। মৌলনা চাহেবৰ ককায়েকো আছিল আৰবী ফার্চীত তুখৰ পণ্ডিত মানুহ। দুই ককাই-ভাইৰ মিল বৰ দৰ্শনীয় বস্তু আছিল। দুয়োৰে মাজত মোহব্বতৰ যেনেকৈ অন্ত নাই, তৰ্ক-কাজিয়াৰো অন্ত নাই। একোটা বিষয় লৈ দুয়োৰে মাজত কেতিয়াবা কোনো মজলিচত দুৰ্বাদল তৰ্ক হ'ব। কোনেও কাকো নেৰে। শেষত ধমকা-ধমকি পৰ্য্যন্ত হৈ যাব। মানুহ অবাক হ'ব। ভাবিব কি কাণ্ড। ইমান ওপৰ দৰ্জাৰ মানুহেও এনে কাম কৰেনে। কিন্তু শেষত ডাঙৰ চাহেবে ক'ব,—হল আৰু মৌলনা চাহেব। ঘৰলৈ নোযোৱা। ব'লা।. মৌলনা চাহেবে ক'ব—ব'লা ককাইটি। হাঁহি হাঁহি দুয়ো গাত গা লগাই ঘৰলৈ যাব। চাব লগীয়া এটা দৃশ্য। আচৰিত হ'লেও মানুহৰ আওপকীয়া লাভ এটা হয়। কিছুমান কথা ভাবিব লগাত পৰে। মনত ৰয়। দৃষ্টিভঙ্গিয়ে গঢ় লয়।

—এবাৰ হ'ল এটা মজাৰ কাণ্ড। মৌলানা চাহেবে মচজিদত পাঁচ ৱক্ত নামাজত ইমামতি কৰে। ইদ-বকৰিদত নামাজ পঢ়ায়। জুম্মা পঢ়ায়। আজিকালি কথাবোৰ বেলেগ হৈছে। ইমাম চাহেব আজি-কালি নিযুক্ত হয়। পেচ্ ইমামে নিয়মিত দৰমহা পায়। মচজিদ কমিটি, সম্পাদক, সভাপতি, সংবিধান, সকলো থাকে। সকলো নিয়মত পৰিচালিত হয়। তাহানিখন এইবোৰৰ বেয়াজ নাছিল। গাঁৱত মানুহ থাকেনো কেইঘৰ। পয়চাৰ হিচাপত নিৰ্দিষ্ট উপাৰ্জন থকা মানুহ প্ৰায়

নেথাকেই। এই মাহত যদি জোৱাৰ ঘুৰি মাহত ভাঁটা। লাওটো কচুকেইটা বিকি তেল অকণ নিমখ অকণ কিনিব পাৰিলেই মানুহ সুখী। হ'লেও জামাতে ঈদে বকৰিদে পয়চা তোলে। অলপ-অচৰপ উঠে। মানুহে আদমহাটো সিকিটো আধলিটো দিয়ে। তাকে জামাতে ভাৰস্তিৰে মৌলানা চাহেবক বকচিচ হিচাপে দিয়ে। চাহেবেও খুচিৰে লয়। এবাৰ কিন্তু হ'ল এক কাণ্ড। খেতি-বাতি ভাল নহল। বজাৰো হ'ল মন্দা। পয়চা নিচেই কম উঠিল। যৎ সামান্য। পৰিমাণটো দেখি চাহেবৰ হঠাৎ খং উঠি গ'ল। শান্ত সংযত মানুহৰ হঠাৎ কেনেবাকৈ খং উঠিলে বেয়াকৈ উঠি যায়। খঙৰ ভমকত চাহেৱে পেলালে থেকেচ মাৰি পয়চা। নিদিলে নেলাগে। কিন্তু কিহৰ ইয়াৰ্কি। কিহৰ চুপতি। নেলাগে তহঁতৰ পয়চা।

—ডাঙৰ চাহেবে দূৰৰপৰা পিৰিক-পাৰাককৈ চাই আছে। তই ৰাম একো কোৱা নাই। ক'ৰ পানী ক'লৈ যায় দেখা যাওক ভাৱ। পুৰপুৰকৈ অলক্ষিতে কফুৰ নোহোৱা হোৱাৰ দৰে তাপ মৰা জামাত এটি এটিকৈ আঁতৰিল। মৌলনা চাহেবো গুৰ্‌গুৰাই ওলাই গ'ল। ডাঙৰ চাহেব কিন্তু তচবীহ লৈ বহিয়ে থাকিল। তেখেতে জানে খেলা খতম হোৱা নাই। ছুখনমান তামোল খোৱা পৰ গ'ল। কোনো ক'তো নাই। দেখা গ'ল মৌলানা চাহেব লাহে লাহে ঘূৰি আহিল। প্ৰশান্ত চেহেৰা। কেনিও নেচাই এটা এটাকৈ পয়চাখিনি তুলি জেপত ভৰালে। তাৰ পিছত কেনিও নোচোৱাকৈ অহাৰ দৰেই যাবলৈ ধৰিলে। বহি থকা চুকটোৰ পৰা ডাঙৰ চাহেবে কৌতুকেৰে মাত লগালে। পাকৰাও কৰাৰ এনেকুৱা সোণোৱালী মৌকা বাৰে বাৰে নাহে।—কি মৌলানা? কি খবৰ? নেওচা বুটলিলাযে।

—নাই ককাইটি। খঙৰ ভমকত কোৱা কোনো কথা, কোনো কাম, জায়েজ হ'ব নোৱাৰে। খঙে পাগল কৰে। এইবোৰ পয়চাৰ হিচাপ সংখ্যাৰে নহয়। মনেৰেহে হয়।

—সেইটোৱেই হ'ল কথা, বুইছ প্ৰফেচৰ। খং নামেই চণ্ডাল।

আনটো স্মৃতি হ'ল ৰছুলুল্লাহৰ এটা কার্যৰ। মই ক'ৰবাত পঢ়িছিলো। ক'ত পঢ়িছিলো মনত নাই।

কোনো এখন যুদ্ধত জিকাৰ পিছত ৰণজয়ৰ ফলত লাভ কৰা বয়-বস্তু সা-সম্পত্তি যুদ্ধত অংশ গ্ৰহণ কৰা সৈন্য-সামন্তবোৰৰ মাজত ভগাই দিয়া হৈছিল। এজন সৈন্যই পিছত লগৰ বিলাকৰ আগত কৈছিল বোলে যুদ্ধত তেওঁ যি বিক্ৰম দেখুৱালে, যিমানখিনি বিপদৰ চামনা কৰিলে, বিচাৰ কৰি চালে তেওঁ এই পুৰস্কাৰৰ ভাগ আৰু অলপ বেছিকৈ পাব লাগিছিল। তেওঁৰ এই অসন্তুষ্টিৰ খবৰ ৰছুলুল্লাহৰ কাণত পৰিলগৈ। সৈন্যজনক হাজিৰ কৰোৱা হ'ল। তেওঁ সেই বুলি কোৱা কথা স্বীকাৰ কৰিলে। ৰছুলুল্লাহে প্ৰিয় শিষ্য মহাবীৰ হজৰত আলী কমৰুল্লাহক নির্দেশ দিলে সৈন্যজনৰ জিভা কাটি দিবলৈ। সকলো হতবাক হৈছিল। হজৰত আলীয়ে কিন্তু এই নির্দেশৰ তাৎপর্য ঠিক বুজি পাইছিল। সৈন্যজনক লগত লৈ গৈ তেওঁৰ প্ৰত্যাশা পূৰ্ণ কৰি দিছিল।

মোৰ মনটো শান্ত হৈ পৰিছিল। ৰংপুৰীয়া কাইটিক পিছদিনা কি পৰামৰ্শ দিয়া উচিত হ'ব সেই কথা মই তেতিয়া জানিছিলো। কেনেকৈ দি কাইটিক পতিয়ন নিয়াব লাগিব সেইটোহে এতিয়া কথা।

চুৰেইয়াই ছাগৈ ভাবিছিল মই টোপনি গৈছো বুলি। বিচনীখন থৈ তেওঁ বাগৰ সলাই শুইছিল আৰু উশাহৰ গতিৰ পৰা বুজ পাইছিলো খন্তেক পিছতে তেওঁ টোপনি গৈছিল। চুৰেইয়াৰ মনত কোনো ধৰণৰ দ্বন্দ্ব নাই। যি ভাৱে, যি কৰে, প্ৰত্যেকটো ক্ষেত্ৰত তেওঁৰ এটা পৰিষ্কাৰ ধাৰণা আছে। দৃষ্টিভঙ্গি আছে। নীতি আছে। যি কোনো প্ৰশ্নৰ উত্তৰ চুৰেইয়াই কি দিব আগতেই কৈ দিব পাৰি। সবল চৰিত্ৰৰ লক্ষণ। ফলত তেওঁৰ মনটো সদায় মুক্ত আৰু শান্ত হৈ থাকে। আৰু সেই কাৰণেই শোঁও বুলিলেই গভীৰ টোপনিত নিমগ্ন হৈ পৰিব পাৰে। মোৰ এই এটা কাৰণত চুৰেইয়ালৈ বৰ ঈর্ষা হয়। জোকাই জগাবৰ মন যায়। কিন্তু থিৰিক কৰিলেই সাৰ পোৱা কিছুমান মানুহে ঢোল বজালেও সাৰ নোপোৱাকৈ কেনেকৈ থাকিব পাৰে মই নেজানো।

টোপনিলৈ বাট চাই থাকোতেই মনলৈ সম্পূৰ্ণ বেলেগ ধৰণৰ এটা কথা আহিছিল। আমাৰ সুবৃহৎ গাঁওখনৰ সিটো মূৰৰ পৰা এইটো মূৰলৈ মই এটা হিচাপ কৰি চাইছিলো। আমাৰ গাঁৱৰ এজন বিদগ্ধ পণ্ডিত ব্যক্তি বিশ্ববিদ্যালয়ৰ প্ৰখ্যাত অধ্যাপক। সমগ্ৰ দেশৰ এজন বৰেণ্য ব্যক্তি। তাতে মাটি-বাৰী কিনি মহানগৰীৰ স্থায়ী বাসিন্দা হ'ল। মাক মৰোতেহে এবাৰ আহিছিল। তেওঁ কাকো চিনিয়ে পোৱা নাছিল। গাঁৱৰ ৰাইজেহে তেওঁক চাই নয়ন সাৰ্থক কৰিছিল। এজন অভিযন্তা গড়কাপ্তানী বিভাগৰ উচ্চতম পদত অধিস্থিত। এখন ডাঙৰ নগৰত ডাঙৰ ঘৰবাৰী কৰি থাকিবলৈ ল'লে। তেওঁ পাহৰক নেপাহৰক পুতেক-জীয়েকহঁতে আপোন পৰিয়ালক চিনি নেপায়। মানুহজন এটা বিশেষ খাণ্ডানৰ আছিল। তেওঁলোকৰ ঘৰুৱা ৰীতি-নীতি আচাৰ-ব্যৱহাৰৰ এটা স্বকীয় বিশেষত্ব আছিল। মানুহে কথা কোৱাৰ ধৰণতে কৈ দিব পাৰিছিল এওঁ অমুকৰ ঘৰৰ হ'বই লাগিব। কিন্তু দ্বিতীয় পুৰুষতে তেওঁলোক হেৰাই গ'ল। মহানগৰৰ মানুহৰ স্বকীয়তা নেথাকে। মহানগৰত আচলতে মানুহ নেথাকে ভীৰ থাকে। এনেকৈয়ে দুজন ডাক্তৰ, পাঁচজন বিভিন্ন বিভাগৰ ইন্সপেক্টৰ, চুপাৰিণ্টেণ্ডেণ্ট, কমিচনাৰ, তিনিজন পুলিচ বিষয়া, এজন হাকিম, দুজন উকিল, গাৱঁৰ পৰা ওলাই গৈ কোনোবা কোনোবা টাউনত থাকিবলৈ ল'লে। পুলিচ বিষয়া এজনে দিল্লীতে ঘৰ কৰিলে। ল'ৰা-ছোৱালীক হিন্দী-ইংৰাজী পঢ়ালে। উভটি আৰু নাহে। উভটি অহাৰ কথা কোনেও ভবা নাই। তুলনামূলকভাৱে কম উপাৰ্জন তথা কম শিক্ষাৰ কিমান মানুহ আমাৰ গাৱঁৰ পৰা ওলাই গৈ অন্যত্ৰ বসতি তথা প্ৰতিষ্ঠা লাভ কৰিছে তাৰ হিচাপ থিতাতে মই উলিয়াবই নোৱাৰো। কিন্তু একো একোজন এনে মানুহৰ কথা মই জানো যিসকলে বাহিৰত গৈ এনে কিছু কাম কৰিছে যিখিনি কাম কৰাৰ সম্পূৰ্ণ সুযোগ আৰু প্ৰয়োজন আমাৰ গাঁৱত এতিয়াও বৰ্তমান। অৰ্থাৎ সুযোগ্য সুযোগ্য ব্যক্তিৰ সুযোগ্য সুযোগ্য সেৱাৰপৰা সেই সেই ব্যক্তিৰ জন্মৰ গাঁওখনহঁত বঞ্চিত হৈছে।

প্ৰতিভাৰ প্ৰবজন? হ'ব পাৰে। মই ষৰ চিন্তা কৰা নাই। সন্দৰ্ভটোৰ সপক্ষে বা বিপক্ষে যুক্তি প্ৰদৰ্শনৰ কথাও ভবা নাই। কিন্তু ইয়াৰ অন্তৰালত থকা কাৰুণ্যখিনিয়ে মোৰ বুকুৰ কোনোবা এখিনি চুই যায়। পুতেক মাকৰ লগত থাকিলে মাকে একো নেপালেও শান্তি পায়। কিন্তু নিবাস্নবৈৰে ভাগ ক্ষেত্ৰত পুতেক সীমাৰ মাজত আৱদ্ধ হৈ হৈ যাব লগা হয়। অৱশ্যে বিকাশ নিজেই এটা আপেক্ষিক শব্দ। আনহাতে পুত্ৰ বহল পৃথিৱীখনলৈ ওলাই গ'লে তেওঁ নিজেও বিৰাট হোৱাৰ ক্ষেত্ৰ লাভ কৰে। কিন্তু মাকৰ হুমুনিয়াহ শুনিবলৈকো কোনো নোহোৱা হৈ যায় একোটা সময়ত। কোনটো ভাল কোনটো বেয়া মই নেজানো। এইখিনিৰ মাজতে কোনোবা এখিনিত হয়তো সীমাৰ-মাঝে-অসীমৰ নিচিনা ভাৱনা-চিন্তাৰ জন্ম হয়। কিন্তু এই এটা প্ৰশ্ন সকলোতে সদায় বৰ্তমান। গাঁৱত, নগৰত, দেশত, বিশ্বত। সভ্যতাৰ ইতিহাসৰে ই হয়তো এটা দিশ। সেয়ে, আমাৰ নিচিনা গাঁৱত, য'ত কোনোবাই মেট্ৰিক পাছ কৰাটোও এটা খবৰ, তাত ই অধিক প্ৰকট। এই প্ৰশ্নৰ উত্তৰ হয়তো নাই। বাহিৰত গজগজীয়া হোৱা একোজনে হয়তো অন্তিম সময়ত ইফালে সিফালে চায়, লৰালিৰ কোনোবা চিনাকি মুখ কাষৰত আছেই বা। সেই মুখৰ সেই সময়ৰ অভিব্যক্তিয়ে যাবলৈ ওলোৱাজনক যি শান্তি দিব পাৰে সেই শান্তি আৰু ক'ত। আকৌ কোনোজনে কেতিয়াবা কিবা মন কৰি পুৰণি গাঁৱলৈ আহেও। কিন্তু ছিগা সূতাৰ আঁত বিচাৰি হায়ৰাণ হোৱাই সাৰ হয়। সেই দিন, সেই উম, হেৰাই যায় বিচাৰি নোপোৱাকৈ।

কাইটিৰ পুতেক বৌচনৰ কথাটো খাজে-খোপে মিলি যোৱাকৈ হয়তো একে নহয়। কিন্তু ক'ৰবাত এটা মিল আছে ঠিকেই। অৱশ্যে এতিয়া অমিলখিনিয়েই আহুকলীয়া।

পুৱা চাহ-তাহ খাই উঠি কাইটিক লৈ বহিলো। চুবেইয়াই কাইটিৰ জুতি বুজি বৰা চাউলৰ চঁয়া-দিয়া জলপান আৰু পাভমাছৰ তেল-চুকহা বনাইছিল। আজিকালিতো আমাৰ পাউকটি মাখনৰ কাল চলিছে। কাইটিয়েই নহয় আমি গোটেইখনে টকালি পাৰি

খালো। চুবেইয়াক বাহবা দিলত কৈছিল—খাইছা ঠিকেই। এতিয়া দিনটো হাঁমিয়াই টোপনিয়াই থাকিলে নহ'ব।

কাইটিয়ে ইতিমধ্যেই গা-পা ধুই কাপোৰ-কাণি পিন্ধি উৰি সাজু। যাতে মই ব'লা কাইটি বুলিয়েই কেছাৰীলৈ হওক উকীলৰ ঘৰলৈ হওক মুহূৰ্তও পলম নকৰাকৈ সাউতকৈ ওলাই যাব পাৰে। মই বুজিলো, কাইটিয়ে তেওঁৰ সমস্যাটোৰ আৱেগিক স্তৰটো অতিক্ৰম কৰি আহিছে। এতিয়া যুদ্ধৰ স্তৰ। ৰণাঙ্গনত বাপেকেও পুতেকক পুতেকেও বাপেকক নিৰ্বিকাৰভাৱে অৱলীলাক্ৰমে বধ কৰিব পাৰে। গতিকে বেচ হুচিয়াৰ হৈ খোজ দিব লাগিব। মানুহৰ আৱেগৰ তন্ত্ৰীত হাত দি নিজৰ উদ্দেশ্যৰ অনুকূলে পৰিচালিত কৰিবলৈ সহজ। যুক্তিৰে তাতোকৈ কম সহজ। কিন্তু যুক্তি আৱেগ আদিৰ অতীত কেৱল উদ্দেশ্যত অটলজনক টলাবলৈ টান। জীৱিকাটো মোৰ মুখ চলোৱাই যদিও কথা কোৱাৰ প্ৰতি মোৰ কোনো ৰুচি নাই। বক্তৃতাত মোৰ বিতৃষ্ণা। তথাপি দহৰ লগতে সামাজিক কাম-কাজ সৰুৰে পৰা কৰি আহিছো গতিকে উদ্দেশ্য সিদ্ধিৰ বাবে কেতিয়া দ-ৰে যাব লাগে কেতিয়া বামেৰে যাব লাগে মই অলপ অলপ নজনা নহয়। কেতিয়া ৰং। কেতিয়া খং। আৰু কেতিয়া চং। ইও এক প্ৰকাৰ কূটনীতিয়েই।

—কাইটি, কালি ৰাতিৰ পৰা এটা শায়েৰী মোৰ বাৰে বাৰে মনলৈ আহি আছে। শুনিবানেকি, কাইটি?

—এ, সেইটো কি বুলিলা, সৰুবোপা। মই একো নজনা মানুহ। আমি কিবা কয় বোলে তোমাৰ সেই চেহেৰী খাওঁহে। শুনিম আকৌ কেনেকৈ?

মোৰ হাঁহি উঠি গৈছিল। মনত পৰি গৈছিল কাইটিৰ মুবুজা কথাটো কোনোবা এপিনে পোনাই নিয়াৰ অভ্যাসটোলৈ। তাহানি সেই গুড্‌বাইক বুধবাৰ কৰালৈ। মুছলমানসকলৰ এই সমস্যাটো আগতে বেছি আছিল। এতিয়া কমিল যদিও নোহোৱা হোৱা নাই। অনেক আৰবী পাৰ্চী শব্দ ব্যৱহাৰ কৰিব লগা হয়। কিন্তু অৰ্থ, উচ্চাৰণ আৰু ব্যাকৰণ ঠিক মতে নজনা বাবে শব্দবোৰ সোনকালেই পৰিবৰ্তিত



৮

হৈ পৰে। আজিকালি এই সমস্যাটো কমিছে। কমিছেহে, শেষ হোৱা নাই।

—চেহ্‌ৰী নহয় কাইটি, শায়েৰী। বাক, তুমি জানিব নেলাগে, শুনিলেই হ'ব। কওঁনে?

—কোৱা আকৌ। চাওঁৱেই একা, খোৱা বস্তুটোনো শুনে কেনেকৈ···তোমালোকৰ জামানাৰ আওভাও নেপাও নহয়।

—আমাৰ জামানাও গ'ল কাইটি। ইহঁতৰ কথা-কাণ্ডও আমি নুবুজো।

—এৰা। সেইবাবো হয়। বাক কোৱাচোন, শুনো।

—শুনা। চুবহ্‌ কা ভুলা / চাম ঘৰ লৌট্‌ আয়ে / তু উচে ভুলা নহী কহতে। কিবা বুজি পালানে কাইটি।

—এ ক'তনো বুজিম সেইবোৰ। কিবা আৰবী নে ফাৰ্চী হ'ব পাই।

—উহুঁ। ৰ'বা কাইটি। মই মানেটো কওঁ। ধৰা, এটা বৰ দুষ্ট ল'ৰা। বেয়া ল'ৰা। ঘৰত লাগিল কিবা এখন খুটখাট। উল্টা-পাল্টা। সিয়েই শুৰি। আকৌ সিয়েই গ'ল উচাট মাৰি ঘৰৰ পৰা ওলাই ৰাতিপুৱাই। নেথাকো তহঁতৰ ঘৰত। ঘৰখন চিন্তাত আছে। বিপাঙতো পাৰিছে। খঙো কৰিছে। তলে তলে নিবিচৰাকেও থকা নাই হওঁতে। পিছে গধূলি বেলিকা দেখা গ'ল লাহে লাহে ঘৰৰ ল'ৰা আকৌ ঘৰলৈ ঘূৰি আহিছে। এই ল'ৰাটোক বোলে কেতিয়াও বেয়া ল'ৰা বুলি ক'ব নোৱাৰি।

—কেলৈ নোৱাৰিব, সৰুবোপা। বাপেকে কাটিব খুজিলেও ডিঙি আগবঢ়াই দিব পৰা ল'ৰাহে আচল ল'ৰা।

মই থতমত খাই গ'লো। কাইটিহঁত সহজ-সৰল মানুহ ঠিকেই। কিন্তু তেওঁলোকৰ ধাৰণাবোৰত কোনো অস্পষ্টতা নাই। মোৰ সন্দেহ হ'ল—হাৰি যাব লাগিবনেকি। তথাপি হাল এৰি দিয়া ঠিক নহ'ব। সাৱধানভাৱে ক'লো—

—তুমি কোৱাটোও ঠিকেই কাইটি। পিছে এটা কথা। মানুহে

মানুহে আছে নহয়। ক'ত সেই অলি-আওলিয়া-পীৰ-পয়গাম্বৰ আৰু ক'ত তুমি-মই-ৰৌচন-আমিবোৰ। আমি সাধাৰণ মানুহ। কাইটি, মানুহ হ'লে ভুল হ'বই। ভুলটোহঁত সৰু হ'ব পাৰে। আকৌ ডাঙৰ ভুলো হ'ব পাৰে। পিছে তাত কোনো ফাৰাক নাই। কথা হ'ল ভুল কৰিও যি শুধৰাব পাৰে সিহে খাঁটি মানুহ। পস্তনি যদি হয়, আপচোচ যদি কৰে, তৌবাহ যদি কৰে, আৰু কি লাগে। খোদ আল্লাহেও তৌবাহ কৰাজনক মাফ কৰে।

—সৰুবোপা। তুমি হুচিয়াৰ মানুহ। তুমি ক'লৈ টোৱাইছা মই মুবুজাকৈ থকা নাই। কথা কেষাৰো তোমাৰ লেখৰ কথা। মই মুই নকৰো। হক কথা। পিছে এটা কথা নহয়।

—কি, কাইটি?

—ৰৌচনে জানো ভুল কৰিছে। তুমি ভৱাৰ লেখিয়াকৈ কথাবোৰ নহয়। সি দস্তুৰমতে ভাবি-চিন্তিহে এইবোৰ কৰিছে। তাতে তাৰ ঘৈণীয়েকৰ ফালৰ মানুহবোৰ ভাল খেলোৱাৰ, সিহঁতৰ মাজত এইবোৰ কথা লৈ পুৰাপুৰি মচ্‌লত হৈছে। উকীলেৰেও কথা হৈছে। মই চব গম পাইছো। গতিকেলৈ ভুল শুধৰোৱাৰ কথানো ক'ত থাকিলগৈ। এজেগাত সি কৈছেই, বুঢ়াটো বোলে সোনকালে নমৰে। ইফালে তাক টকা থিতাতে লাগেই। টাউনৰ মাটি হেনো কালৈকো বৈ নেথাকে।

—কাইটি, চবুৰত মেৱা ফলে বুলি কয় নহয়। এটা কথা পিচে।

—কি কথা সৰুবোপা?

—কথা তুষাৰমান অকণমান কঢ়াকৈয়ে কওঁ আৰু কাইটি। বেয়া-চেয়া নেপাবা। ভুল হ'লে মোক মাফ কৰিবা। মই ভালক বুলিয়ে ক'ব খুজিছো।

—এহ্ কোৱা, কোৱা। এইবোৰ কিহত লাগিলা। তুমি গালি পাৰিলেও মই বেয়া নেপাওঁ।

—কাইটি, আমি কোনো দুনিয়াইত সদায় থাকিবলৈ অহা নাই। নে কি কোৱা?

—হয়েইতোন আকৌ। আহিলে যাবই লাগিব।

—এৰা। কিতাপত আছে, কুল্লে নাফ্‌চিন যা ইকাতুল মৌত। মানুহ মাত্রেই মৰণশীল। মৰিবই। ময়ো মৰিম। তুমিও মৰিবা। চব মৰিব। হয়নে নহয় ?

—হয়তোন আকৌ। মৰণ আগ। তাকে লৈহে বাকীবোৰ কথা। লেখ-জোখ।

—ধৰা···বেয়া নেপাবা। মই খুল্লম খুল্লা কৈছো। ধৰা তুমি মৰাৰ পিছত বেণু নিচেইকৈ অকলশৰীয়া হ'ল। ধৰা সিফালে এটা সময়ত বৌচনবো অকলশৰীয়া লগা হ'ল। হ'বই কাইটি। যি কোনো বস্তুৰ ওপৰৰ কলাইটো সদায় নেথাকে। ভিতৰৰ নঙঠা আচল বস্তুটো এদিন ওলাবই। তেজৰ টান বুলি কথা এটাও আছে। আল্লাহে ইচ্ছা কৰিলে সিহঁতে এদিন এটাই আনটোৰ বিচাৰ-খোচাৰ ল'বওতো পাৰে। তাৰ বাবে এটা ৰাস্তা খোলা ৰখাটো মুৰব্বী হিচাপে তোমাৰ ফালৰ পৰা ভাল কথা নহ'ব জানো।

কাইটিৰ মাতত মই এটা মিহি কঁপনি অনুভৱ কৰিলো। সেইটোকেই মই বিচাৰিছিলোও। অকণমান পোহৰ দেখা যেন পালো।

—মই মৰিলেও সি নাহে, সৰু বোপা। ভনীয়েকৰ বিয়ালৈও সি নাহিল। তাৰ বাপ্‌ বহিন্‌ ন্যাই বুলি সি বুকু ফুলাই কয়। আৰু তাক টকাহে লাগে। আমাৰ নিচিনা মাটিৰ মোহ তাৰ নাই। ৰবা-আতাৰ মাটিকণক মই হেজাৰবাৰ চুমা খাব পাৰো। সি লঠিয়াবলৈ ওচ্‌ নকৰে। বেচিবলৈ তাক মই মাটি নিদিও, সৰু বোপা।

—কাইটি, তুমি মানুহৰ মুখৰ কথাৰ ওপৰত অলপ বেছি ওজন দিছা যেন পাইছো। ফপচুতা, বৰ বৰ কথা কোৱা মানুহৰ কথাৰ দাম বেছি নহয়, নহয়। কম কথাৰ মানুহৰ এষাৰ কথাই বহুত কথা। বৰ কথীয়াই পাকটোতে কথা সলায়। আচ্ছা, ঠিক আছে। তোমাৰ মতেই ধৰি ল'লো, বৌচন নাহে। তোমালোকৰ কাৰণে তাৰ দিলত ঠাই নাই। বেণুৱেও তাক কেতিয়াও নিবিচাৰে। মই পিছে বেণুৰ মনটোও বৌচনৰ নিচিনাই বুলি ভাবিবলৈ টান পাইছো। ইমান সাদৰী ছোৱালীজনী।

—এ সক বোপা। তুমিও আৰু বৰ মানুহ। ক'ত আচমানৰ তৰা। ক'ত তোমাৰ সেই চেৰিয়াৰ খোপা খহু। বেলুক তুমি তেনেকুৱা বুলি নেভাবিবাই।

—সেইয়া। পিছে তাইৰে কথা হৈ জানো চাইছা ?

—নাই হোৱা। দৰ্কাৰো নাই। তাই মোৰ ওপৰত কথা নকয়।

—কথা নকয়। সেইবুলি তাই ভালকে পাব বুলিতো ধৰি ল'ব নোৱাৰা। বাৰু কাইটি। এটা কথা ভলকি চোৱাচোন। এদিন তায়োতো নোহোৱা হ'ব। বৌচনো নোহোৱা হব। চৰৰে হাড়ত বন গজিব। তেতিয়া বহুত পিছত তোমাৰ নাতি-পৰিনাতিহঁতে পুৰণি সমধৰ গুৰি-গছডাল বিচাৰি নেচাব বুলি তুমি ডাঠি ক'ব পাৰিবানে। সিহঁততো বৌচনৰ নিচিনা নহ'বও পাৰে। বৌচন যেনেকৈ তোমাৰ নিচিনা নহ'ল। তুমি সেইটো বাটতো কাঁইট পুতি থ'বানেকি। সিহঁতৰ বাপেকক ত্যাজ্যপুত্ৰ কৰা বুলি জানিলে সিহঁতে আতাজিয়েকৰ কথা কি বুলি ভাবিব। মনত দুঃখ নেপাবনে ?

ক'বলৈ আৰু কথা নাছিল। শেষডাল তীৰ মৰা হৈ গ'ল। লক্ষ্যভেদ যদি নহয় পৃষ্ঠভঙ্গই গতি হ'ব। খন্তেক বৈ ভয়ে ভয়ে কাইটিৰ মুখলৈ চালো। তেওঁ একেথিৰে মোলৈ চাই আছে। চকু দুটা কোমল। বৰ কোমল। পৰিগৰ্ভিত। বয়স কম হোৱা হ'লে উপচি পৰিলেহেঁতেন। বৈ আহিলেহেঁতেন মৰম চকুপানী হৈ। এটা বয়সৰ পিছত মানুহৰ চকুপানী সহজে নোলায়। মই বুজি পালো, মোৰ তীৰ ঠিক জেগাত লাগিছে। এতিয়া আশা কৰা ৰৰষুণ জাকলৈ বাট চোৱাহে কথা।

কাইটিয়ে মুখ ঘূৰাই দূৰলৈ চাই পঠিয়ালে। চেহেৰাত এটা অব্যক্ত বেদনা প্ৰকাশ পাইছে। হোলগোজ মানুহটোৰ দুখ দেখি মোৰ অকণমান বেয়াও লাগিল। বন্দী বাঘৰ দুঃখ। নে ভুলকে ক'লো। নাতিহঁতৰ অকল্যাণ হোৱাৰ ভয়ৰ দুঃখ।

এইবাৰ তেওঁ চকু ঘূৰাই আনি মোলৈ চালে। চকু দুটাই হাঁহিছে।

—তুমি জিকিলা, সক বোপা। তোমালোক গিয়ানী মানুহ। দোৱা কৰিছো। আল্লাহে তোমাৰ ভাল কৰক। আকল দৰাজ কৰক। মই তেনে তাক মাটিখিনি দি দিম।

—আৰে। মইতো তোমাক দি দিবলৈ কোৱা নাই কাইটি।

—তেনেহ'লেনো কি কৰিবলৈ কৈছা? মইতো সেইভাগেই বুজিছো।

—শুনা। এইবাৰ সি আহিলে তুমি তোমাৰ ৰবীয়াকৈ একো এটা নকৰিবা। চিতাপ্ মোলৈ খবৰ এটা দিয়াবা। পাৰিবা নহয়?

—এ নোৱাৰিবলৈ কি আছে। মই নিজেই গুলামহি।

—ঠিক আছে। মই তাক লগ পাম। তাক মই ক'ম, যদি তাক এনেকৈ মাটি লাগেই সি পাব। কিন্তু মাটি সমানে দুভাগ হ'ব। এভাগ বেণুৰ, এভাগ তাৰ।

—সেয়া আইন মতে হ'ব জানো। তাই দুঅনাহে পাব হ'বলা।

—তুমিতো তাক ত্যাজ্যই কৰিব খুজিছা। আগে শুনাচোন। এনেকৈ বেণুৱে দুঅনা হিচ্চাহে পাব লাগে হয়। কিন্তু ইমানদিন তোমাক তাই খেজমত কৰিছে। এটা কথা। দ্বিতীয়তে তুমি থাকোতেই সি দাবী কৰিছে যেতিয়া তোমাৰ কথা মানিও ল'ব লাগিব। ঘৰটো তোমাৰ নামতে থাকিব। হ'বনে কাইটি?

—তুমি যি ভাল দেখা। মই তোমাৰ ওপৰতে দিলো।

—বেচ কাইটি। এতিয়া শুনা। এটা কথা মই ঠিক কৰিছো। তুমি কি ভাবা ক'বা। মোৰ দোস্ত্ উকিলো আছে। হাকিমো আছে। এইবোৰ কথাৰ তলানলা তেওঁলোকে ভালকৈ পায়। আল্লাহে কৰাত মই আজিলৈ কেছাৰীঘৰৰ মজিয়া দেখা নাই।

—আল্লাহৰ বহুত ৰহম। বহুত চুকুৰ।

—মই ভাবিছো, তাক এখন দলিলত চহী কৰাই ল'ম।

—কি দলিল, সকবোপা? মোৰ আঁকৌ সেইবোৰলৈ ভয়েই লাগে।

—ভৱৰ একো নাই। তাকহে পাকত পেলাম।

—কোৱচোন বাৰু, শুনো।

—সি চুক্তিপত্ৰত চহী কৰিব। তাত লিখা থাকিব—উকিলৰ হতুৱাই লিখাব লাগিব,— লিখা থাকিব, সি যদি মাটি কেতিয়াবা বেচিব খোজে, প্ৰথমতে ৰেণুক সুধিব লাগিব, তাই মাটিখিনি কিনিবনেকি? মাটি ৰেণুৱে কিনিব। চৰকাৰী নিৰিখ মতে কিনিব। তুমি একো চিন্তা নকৰিবা। ৰেণুৰ হাতত পয়চা নেথাকিলে মই পয়চা দি তাইক সহায় কৰিম। তাই লাহে লাহে অলপ অলপকৈ দি ধাৰ মাৰি দিব। হ'বনে কাইটি? নে তুমি কিবা ক'বা।

—হ'ব, হ'ব খুব হ'ব। ক'বলৈ আৰু কথা নায়েই। তোমালোকৰ কামত আয়ব নেথাকেই। সাপো মৰিব আৰু তোমাৰ লাঠিও নেভাগে। মই তেনে আজিয়ে যাবগৈ পাৰিম।

—ওহোঁ, ওহোঁ, কাইটি। সেইটি নহ'ব। দুদিনমানলৈ থকাকৈ আহিছিলা। এতিয়া পাৰ পায়ে ভুৰত লাঠি মৰা নচলিব। ইহঁতক জাৰি-জিকিৰ-মৰ্চিয়া শুনোৱাই হোৱা নাই নহয়। আৰু এটা কথা কওঁনে?

—কোৱা আকৌ। কি কথানো?

—এই বয়সত বা আকৌ পাৰানে নোৱাৰা। মোৰ ইহঁতক তোমাৰ লাকুৰি ঘূৰোউৱা দেখুৱাবৰ মন। সেই যে তুমি লাকুৰি ঘূৰালে গাত দলি লগাব নোৱাৰি। বোঁ-বোঁ শব্দ হয়।

কাইটিয়ে হাঁহিছিল। আপোন-ভোলা হাঁহি।

—সেইদিন আৰু নাই, সৰুবোপা। ক'ত পাৰিম। মই লাঠি ঘূৰোউৱাতকৈ এতিয়া লাঠিয়েহে মোক ঘূৰাবৰ দিন।

সেইদিনা ৰাতিলৈ আমাৰ ঘৰত দস্তুৰমত জলসা বহি গৈছিল। কাইটিয়ে অতি খোলা মনেৰে অতি খুচিৰে সিহঁতক জাৰি-জিকিৰ গাই শুনাইছিল। কাইটিয়ে যেতিয়া জিকিৰ গায় কথাবোৰ তেওঁৰ বুকুৰ গভীৰৰ পৰা ওলায়। আত্মা, নিৰ্ভৰ আৰু সমৰ্পণৰ ৰসেৰে কোমল হৈ ওলায়। আৰু শুনোতাক খিতাতে অভিভূত কৰি পেলায়। ৰিমান

দুৰলৈ কাইটিৰ কণ্ঠ গৈছিল ওচৰ চুবুৰীয়া ল'ৰা-লুৰি সকলো চাপিকুটি আহিছিল।

তাৰ পিছত ল'ৰাইঁতৰ ভাগিদাত হাতিম-তাইৰ সাধু কৈছিল। চহিদি-কাৰবালা আৰু কাচাচালাম্বিয়াৰ পদ গাই শুনাইছিল। আৰু কৈছিল মতনজনৰ কথা।

মতন্‌জন।

এটা সময়ৰ মানুহৰ কাৰণে এটা বৰ শিহৰণকাৰী শব্দ। অৰ্থ মই নেজানো। শুদ্ধ শব্দটো কৈছো নে ভুল কৰি কৈছো তাকো নেজানো। কিন্তু আজিও মনত আছে। মোৰ। আমাৰ। আমি তেতিয়া সৰু। দেখাৰ বয়স। উপভোগৰ বয়স। উপলব্ধিৰ নহয়। যেতিয়া জানিবৰ মন এটা হ'ল তেতিয়া একো নাছিল। সেই মানুহবোৰেই নোহোৱা হ'ল।

ডাঙৰ চাহেবৰ ঘৰত বছৰি ওৰুচ হৈছিল। চাৰিওফালে এলান কৰি দিয়া হয়। লোকে লোকাৰণ্য হয়। ওৰেদিন ৰাজ নচীহত তিলাৱত তচবীহ চলে। সিফালে দীঘল দীঘল জালিগাঁতত মতন্‌জন ৰন্ধা হয়। এই এটা অভূতপূৰ্ব সুস্বাদু খাদ্য কি কি উপকৰণেৰে কি পদ্ধতিত ৰন্ধা হৈছিল আজি আৰু জনাৰ উপায় নাই। কিন্তু জানো একালৰ আমাৰ অঞ্চলৰ মানুহে মতন্‌জনৰ মাজত বিহিস্তি খাদ্যৰ সোৱাদ পাইছিল।

আৰু কৈছিল কাজি চাহেবৰ বিভিন্ন বিচাৰৰ কাহিনী। মৌলানা চাহেব কাজি চাহেবো আছিল। ঘৰত বিচাৰ বহুৱাইছিল। কেছাৰী ঘৰত গোটে খোৱাৰ দৰে মানুহ গোট খাই গৈছিল। মুকলিকৈ বিচাৰ কৰা হৈছিল। শৰিয়ত মোতাবিক শাস্তি বিহা হৈছিল। বা অন্য ধৰণৰ বিধান দিয়া হৈছিল। মানুহে আদালত উকিলৰ প্ৰয়োজনেই অনুভৱ কৰা নাছিল।

ৰাতি এডোখৰ হৈছিল। কাৰো ইচ্ছা নথকা স্বত্বেও এটা সময়ত আসৰ সামৰিব লগা হৈছিল। অতীতক অন্তৰঙ্গভাৱে লগ পাবলৈ টান। আৰু লগ পালে এৰা এৰি হ'বলৈকো টান।

আৰু পিছদিনা ৰাতিপুৱাই আমি আটাইকে আচৰিত কৰি দি আমাৰ পদূলিত আহি বৈ গৈছিলহি বাইটি ভিন্টিৰ গাড়ী। দেওবাৰ। খন্তেকৰ ভিতৰতে ঘৰখনত হৈ-চৈ লাগি গৈছিল। ভিন্টিতো এনেয়েও ধুমুহাই। তাতে সিদিনা আহিছে এটা দিন এক প্ৰকাৰ অৱসৰ বিনোদন কৰিবলৈ। ভিন্টিয়ে পাতল সুৰত প্ৰায়ে কয়—নাই নাই বুলি জীৱনত মই কমবোৰ ঠাই ঘূৰা নাই। কিন্তু কিয় ক'ব নোৱাৰো কেতিয়াবা আহি ককাইহঁতৰ ঘৰৰ বাৰাণ্ডাৰ এই পুৰণি আৰামী কেদাৰাখনত বহি বাটৰ মানুহ চাই থাকি বৰ ভাল লাগে।

সিদিনা সোমায়েই ভিন্টিয়ে প্ৰথমতে আমাৰ ঘৰৰ কামকৰা মানুহ, আচলতে অবিচ্ছেদ্য অঙ্গ, চুৰেইয়াৰ সৌহাত স্বৰূপ, আৰু বহুত কিবাকিবি চবুৰ কাইক বিচাৰিছিল। চবুৰ কাই আহিছিল।

—কি চবুৰ। কি খবৰ। ভালনে?

—ভালেই ভিন্টি।

—বেচ শকত-আৱত দেখিছো দেখোন। বেছি খোৱা হৈছা নেকি আজিকালি নে কাম-বন বেছি নকৰা হ'লা আজিকালি।

—নাই ভিন্টি, কাম বেছিহে হৈছে আজিকালি। এইবাৰ বৰ-চাহেবৰ পথাৰ আৰু ফুচুৰনিৰ মাটিখিনিও আমি নিজেই কৰবলৈ লৈছো নহয়। ধন্মুৱাকৈ দিয়া নাই। ভিন্টিয়ে ক'তনো শকত হোৱা দেখিলা। এইয়া চোৱা, কৰ্কালত হাফপেন্ নোৰোৱাই হ'ল।

চবুৰ কায়ে সদায় হাফপেন্ট পিন্ধিছিল।

—তেন্তে তুমি এইবাৰ হাফপেন্ট এৰা। লুঙী পিন্ধিবা বুজিছা চবুৰ। নামাজ-চামাজ পঢ়ানে নাই। সেই বোৰতো ধৰা। আমি চোৱালীও এজনী চাওঁ।

—এ ভিন্টি কি কথাবোৰ কয়।

চবুৰ কায়ে লাজ লাজকৈ হাঁহিছিল। তেওঁৰ বিয়াৰ কথা চলিয়ে আছিল। ঘৰত বন-কৰা মানুহ থাকিলে উপযুক্ত বয়স হ'লে বিয়া-বাৰু কৰাই মাটি-ভেটি অকণ দি প্ৰতিষ্ঠা কৰাই দিয়াটো নিয়ম। তাৰ ব্যৱস্থাও হৈছিল।

চবুৰ কাই আছিল যাক কয় হাঁড়-ক'লা মানুহ। সদায় চফা বগা গেঞ্জী আৰু টিক্‌টিকিয়া ৰঙা হাফপেণ্ট পিন্ধিছিল। দাঁত দুপাৰি আছিল উছলা আৰু বগলী পাখীৰ নিচিনা বগা। হাঁহিলে প্ৰায় গোটেইখিনি দাঁত পূৰ্ণ স্বাস্থ্য প্ৰদৰ্শন কৰি চকচকাই উঠে। দেখিবলৈ এক ধৰণৰ হয় আৰু। মই চকুত হাঁহি লৈ ৰুবিয়া বাইটিলৈ চাইছিলো। ৰঙা আপেলটো যেন বাইটিজনী মিঠা লাজ আৰু অপ্ৰস্তুত হাঁহিৰে এপাহি ৰক্তগোলাপৰ দৰে হৈ উঠিছিল। মই কিয় তেনেকৈ চাইছিলো বাইটিয়ে তৎক্ষণাত বুজি উঠিছিল। দুয়ো হাঁহি উঠিছিলো।

—এই। কি হৈছে। ইমান হাঁহি কিহৰ। আমাকো ৰসৰ ভাগ দিয়া।

—নাই। নাই। একো হোৱা নাই। চব বস্তুৰে ভাগ পাব নোৱাৰা নহয় তুমি। আমাৰ বাই-ভাইৰ আপচৰ কথা।

সিও এক কাণ্ড। আমি তেতিয়া সৰু। বাইটিৰ বয়স হ'ব বাৰ-তেৰ বছৰ। চবুৰ কাইৰ দহ-এঘাৰ। মোৰ ন-দহ। এদিনৰ কথা। ঘোপমৰা এন্ধাৰ। চোৰে চৰ মাৰিলেও নেদেখি। সাঁজ লাগি কেতিয়াবাই ভাগিল। সাত-আঠ বাজিছে। দুৱাৰখন খুলি ৰুবিয়া বাইটি পিছফালে বাৰাণ্ডালৈ ওলাল। হাতত এটা পিতলৰ চৰিয়া। দীঘল বাৰাণ্ডাখনৰ মূৰৰ পৰা চুৱাপানী চৰিয়া চুৱা-পাতনিলৈ মাৰি পঠিয়াব। পঠিয়ালেও। কিন্তু ঘূৰিয়েই দেখে বেৰৰ ওচৰত আন্ধাৰ-আন্ধাৰ কিবা এটা বৈ আছে। আৰু বাইটিৰ চকুৰ পোণে পোণে ওচৰতে কিবা এটা বগা জিলিকিছে। দাঁত? হয়, দাঁত। দাঁতজোৰে হাঁহিছে। অকণ অকণ শব্দও হৈছে। বাইটিৰ গা শিৰশিৰাই গ'ল। ক'লে — কি? কি তই? লগে লগে দাঁতযোৰ আৰু ডাঙৰ হৈ গ'ল। হাঁহাৰ নিচিনা শব্দও ডাঙৰ হ'ল। আৰু বাইটিয়ে কোন? কোন তই? বুলি ধুমধাম ভুকুৱাবলৈ ধৰিলে। যিমানে ভুকুৱায় দাঁতযোৰ সিমানে বহল হয়। আৰু বাইটিৰ ভুকুৰ ধুমো চৰে। কিবা এটা হোৱা যেন উমান পাই চাকিটোলৈ মাই ওলাই আহি দেখে ৰুবিয়া বাইটিয়ে নিছলা-পিছলা চবুৰ কাইক একেৰাহে ভুকুৱাই আছে। আৰু চবুৰ

কায়ে একেবাহে হাঁহি আছে। চাকিৰ পোহৰত এতিয়াহে মানুহটো দেখি বাইটি ভিতৰলৈ দৌৰ।

ভয় কাক বোলে বাইটিয়ে নেজানিছিল। এতিয়াও নেজানে। ভিন্টিয়ে চবুৰ কাইক এইবাৰ কৈছিল।

—আমি পিছে আজি ইয়াতে খাম বুলি আহিছো নহয়, চবুৰ। খাবলৈ কি কি আছে?

—আছে আৰু। কিবা-কিবি। হ'ব।

—মাছ-টাছ?

—নাই। কণী আছে। একেবাৰে ঘৰৰ।

—ধেত। কণীৰে কি হ'ব।

চবুৰ কাই চুৰেইয়ালৈ চাইছিল। চুৰেইয়াই কিবা এটা ক'ব খোজোতেই ভিন্টিয়ে বাধা দি কৈ উঠিছিল—তুমি ৰ'বা, চুৰেইয়া। মাজত হেতা-ওপৰা নলগাবা। শুনা চবুৰ। তুমি মোৰ গাড়ীখন লৈ যোৱা। বজাৰৰ পৰা ভাল মাছ আনিবা। চৌক-বজাৰলৈ যাবা। পাভ হ'লে ভাল। নহ'লে তুমি যি ভাল দেখা আনিবা। পাচলি-চাচলি আৰু কি কি লাগে চাই-চিতি আনিবা। পালেং শাক পাবা ছাগে। আৰু বিলাহী আনিবা। আৰু পকা জলকীয়া। চুৰেইয়াৰ হাতৰ টেঙাখন পাহৰিব নোৱাৰি। গাড়ীখন লৈ যোৱা।

—মই মানে, ভিন্টি, মই হেৰি, গাড়ী চলাব নেজানো নহয়। মই···

ভিন্টিয়ে তেওঁৰ বিখ্যাত হাঁহিটো মাৰিছিল।

— চা-বাইচ, বুধিৰাজ। আজি বাৰু তুমি চলাব নেলাগে। মোৰ ড্ৰাইভাৰেই চলাওক। তুমি গপচত পিছৰ চিটত বহি যাবা। এয়া টকা লোৱা। মোনা-টোনা কি লাগে লোৱা। জল্‌দি।

চবুৰ কাই যোৱাৰ পিছত ভিন্টিয়ে মোক কৈছিল আহাঁ। আমি প'ৰ্টিকত বহোঁগৈ। তোমাৰ লগত মোৰ এটা জৰুৰী কথা আছে। আগে পাতি লওঁ। কলিয়া, চুৰেইয়া, তোমালোকে গপ্ মাৰা। কাৰ কাৰ বিয়া খালা। কি কি কাপোৰ ল'লা। আমি পিছত যোগ দিম। চাহ-তাহ তেতিয়াহে হ'ব। বিজিনেচ্ ফাৰ্ষ্ট।

—ভিন্টিৰ সদায় বিজিনেচ, কাৰ্ট। চুবেইয়াই অভিমান কৰিছিল।

আমি গৈ আগফালে বহিছিলোগৈ। ভিন্টিয়ে ছিগাৰেটৰ পেকেট উলিয়াই মেজত থৈছিল। লাইটাৰেৰে এটা জলাই লৈ একান্ত মনেৰে হুপি হুপি মোৰ কিতাপৰ আলমাৰি কেইটাত চকু ফুৰাইছিল। মই বুজিছিলো ভিন্টিয়ে কিবা এটা বিশেষ আলোচনাৰ বাবে নিজক প্ৰস্তুত কৰিছে।

—কিতাপবোৰ কি কৰা? মই দেখাত তোমাৰতো জেগা নিচেই কম হৈছে। নতুন কিতাপ থবলৈ দেখোন ঠায়েই নাই। তুমিতো বছৰি যথেষ্ট কিতাপ কিনিব লগা হয় মোৰ বোধেৰে।

ভিন্টিৰ মনৰ ভাব মই একেবাৰেই ধৰিব পৰা নাছিলো।

—ভিন্টিয়েতো জানাই। আমি দুজনমানে গাঁৱৰ ভাল এটা হওক বুলি কিবাকিবি যি পাৰো কৰাৰ চেষ্টা কৰো। ল'ৰাবোৰৰ হতুৱাই লাগি-ভাবি অনুষ্টুপীয়াকৈ লাইব্ৰেৰী এটাও পাতিছো। সদায় লাগি থকা বোৰৰ বাহিৰে বাকীবোৰ কিতাপ তাতে দি দিওঁ।

—মই শুনিছো। দেখাহে নাই। কেতিয়াবা চাব লাগিব। কিমান কিতাপ হৈছে?

—পাঁচ হেজাৰমান আছে। চৰকাৰৰ পৰা অলপ গ্ৰাণ্ট পোৱা হয়। বছৰত এবাৰ বুক-কালেক্সন ড্ৰাইভ এটা দিয়া হয়।

—ঘৰতো নায়েই হ'বলা? কি ভাবিছা?

—ঘৰ নাই। কিন্তু ঘৰ এটা লাগিবই। এতিয়ালৈ স্কুল ঘৰতে চলি আছে। কিন্তু অসুবিধা হৈছে। আমি মাটি এডোখৰ পাইছো। টকা গোটাই থকা হৈছে। ঘৰ এটা বনাব লাগিব।

—কিমান দিন লাগিব বুলি ভাবিছা?

—ক'বতো নোৱাৰো। পোন্ধৰ-বিশ বছৰ লাগি যাব পাৰে। গ্ৰাণ্টো বিচাৰি আছো। কেতিয়াবা পাই গ'লে আগেও হ'ব পাৰে।

—অঁ, বুজিলো। বাক, এটা কথা কোৱাচোঁন। মই শুনিছো তোমালোকে বোলে কিবা ফাণ্ড এটা চলোৱা। কথাবোৰ মোক বুজাই কোৱাচোঁন।

—অ', গৰীব শিক্ষাৰ্থী সাহায্য পুঁজি। আছে।

—কি কৰা তোমালোকে?

—বিশেষ একো নাই। সাধাৰণ কাম। একেবাৰে সীমাবদ্ধও। ভিন্টিয়ে জানাই, আমাৰ মানুহে বকৰিদৰ সময়ত এটা বিশেষ পয়চা দুখীয়াক দান কৰে। আমিও সেই পয়চা সংগ্ৰহ কৰো। যাৰ যি মন যায় দিয়ে। তাৰেই এই পুঁজিটো গঠন হৈছে। ইয়াৰ পৰা আমি গৰীব কিন্তু পঢ়িবৰ মন থকা ল'ৰাছোৱালীক ফিজ আৰু পাঠ্যপুথি দিওঁ। অৱশ্যে আমাৰ ধৰাবন্ধা নিয়মাৱলী আছে। স্কুলৰ প্ৰধান শিক্ষকৰ চুপাৰিশ প্ৰথম কথা। আৰু তেওঁৰ যোগেৰেহে আমি সহায় আগবঢ়াও।

—তোমালোকৰ এইবোৰ কাম মই বৰ ভাল পাইছো। বৰ ভাল কাম হৈছে। মোৰহে একো নহ'ল। কি যে এটা বেছুত ফঁচি গ'লো। সোমালো ঠিকেই। ওলাব নোৱাৰা হ'লো। মন গ'লেও একো এটা কৰা নহয়।

—ভিন্টিয়েতো কৰিয়ে থাকা। আমি গম পাই থাকো নহয়।

—নাই নাই। একো কৰা নাই। মই যি কৰা বুলি তুমি কৈছা সেইবোৰত ত্যাগৰ পৰিমাণ বৰ কম। হিচাপ কিতাপ ৰেছি। তোমালোকৰ এইবোৰ কামৰ লগত একো তুলনা নহয়। যাবলৈ দিয়া সেইবোৰ কথা। তুমি সহজে বুবুজিবাও। এতিয়া, মই এটা ভাল সমস্যাত পৰিছো। শ'লঠেক। তুমি মোক উদ্ধাৰ কৰিব লাগে।

—মই? ভিন্টি। আৰু তোমাক? অসম্ভৱ কথা।

—অঁ, তুমি। তোমালোকে। একো অসম্ভৱ কথা নহয়। পাৰিবা।

—কেনেকৈ ভিন্টি?

—ৰ'বা। আগে দুটামান কথা শুনাচোন।

—কি কথা?

—মইতো হাড়ে-হাড়ে বেপাৰী মানুহ। কিনা আৰু বেচাতে জীৱনটো কাবাৰ কৰি দিলো। বেপাৰৰ আদিৰ-বে মই যৰাম পৰাই

শিকিছিলো। সৰুতে মোক বেপাৰৰ তালিম দিওঁতে ববাই কোৱা কথাবোৰ মোৰ আজিও মনত আছে। শুনিবানেকি তুমি ছুটামান।

—কোৱা ভিন্টি। সেইবোৰ কথা আমি একো নেজানোৱেই।

—ববাই কৈছিল শ্ৰেষ্ঠ জীৱিকাই হ'ল বেপাৰ। আমাৰ ৰছুলে স্বয়ং বেপাৰ কৰিছিল। গতিকে অনুসৰণ কৰিব লগীয়া এটা কাম। কিন্তু বৰ বিপজ্জনক। ডেঞ্জাৰাচ।

—ঠিকেই। উঠা-নমা বৰ বেছি। স্থিৰতা নাই।

—সেইটো কথা নহয়। স্থিৰতা বেপাৰীয়ে নিজেহে নোহোৱা কৰে। বিপদ অন্য ধৰণৰ। ধৰ্ম ৰাখি চলা টান। বেপাৰত সদায় লাভ কৰাটোৱেই প্ৰথম আৰু মূল কথা। ববাই কৈছিল, প্ৰতিটো খোজত লাভলৈ চাবি। কিন্তু সদায় মনত ৰাখিবি লাভৰ চেষ্টাই লোভৰ জন্ম দিয়ে। লোভ এটা গুণাহ। এটা চয়তান। লোভক লাই নিদিবি। যিটো মুনাচিব, উচিত তাৰ অকনমানো বেছি নিবিচাৰিবি। কিনোতাক মাৰি চন্দুক ভৰ্তি কৰিব নুখুজিবি। খুব পাৰিবি। মানুহক ঠগি বছৰত লাখ-দুলাখ মুনাফা কৰা একো কথাই নহয়। কিন্তু সেই পয়চা নেথাকে। তোৰ দিনত নহ'লেও তোৰ ল'ৰাৰ দিনত ধোঁৱা হৈ যাব। খাওানৰ তেজ বেয়া হৈ যায়। বংশ ধ্বংস হয়। বৰ গুণাহ। খুব সাৱধান। সদায় মনত ৰাখিবি মজুত কৰণ, কৃত্ৰিম নাটনি সৃষ্টি, অৱস্থাৰ সুযোগ গ্ৰহণ এইবোৰ ৰছুলুল্লাহে নিষিদ্ধ কৰি গৈছে।

ভিন্টিক এইবোৰ কথা কোৱা কস্মিনকালেও শুনা নাই। নিজৰ কথা নকয়েই। ধৰ্ম-বিশ্বাসৰ কথা, ধন-সম্পত্তিৰ কথা, গন্তব্যৰ কথা, উদ্দেশ্যৰ কথা, সদৰি কৰি যাকে-তাকে যধে-মধে বোলে কৈ ফুৰিব নেলাগে। আজিকালি অৱশ্যে ওলোটাহে হৈছে। ভিন্টিয়ে মানি চলিছিল। সেয়ে অলপ আচৰিত হ'লো।

ভিন্টি খন্তেক ৰ'ল। এটা ছিগাৰেট জ্বলাই খন্তেক একান্ত মনে হুপিলে। ভিন্টিয়ে বাধা দি থৈ আছিলে কি হ'ব। গৃহিনীৰ এক জাত। চুবেইয়াইতে জানে ক'ত কেতিয়া কাক এপিয়লা চাহ লাগে। এখন তামোল লাগে। হুপিয়লা খোৰাই থকা তপত চাহ ইতিমধ্যেই

আমাৰ আগলৈ আহি গৈছিল। ভিন্টিয়ে লাহে লাহে চাহ খাই খাই কৈছিল।

—মোৰ এটা বৰ আহুকলীয়া সমস্যা হৈছে, বুজিছা। বৰ হাঁহি উঠা কথা। পিছে সঁচাসঁচিকৈ হাঁহি উকৱাই দিব পৰা কথা নহয়। বেজৰ নাকতে খৰ হোৱাৰ নিচিনা কথা।

—কি হৈছেনো ভিন্টি ?

ভিন্টি যে আহুকালত পৰিছো বুজিছিলো। কথা কোৱাৰ সুৰটো অচিনাকি লাগিছিল। এবাৰ দুহেজাৰমান টকা জেপৰ পৰা হেৰাওতে তেওঁক হহাঁহে দেখিছিলো।

—শুনিবা ?

—কোৱাচোন বাৰু। তোমাক ঘাবৰাই দিয়া কথা যেতিয়া ডাঙৰ কিবা এটাই হ'ব লাগিব।

—ডাঙৰ কিবা এটা নহয়। বৰ আহুকলীয়া।

—কেনেকুৱা ?

—তুমি বাৰু কেতিয়াবা পয়চা হেৰাই-পাইছানে ?

—পাইছো কেতিয়াবা কেতিয়াবা।

—কিমান বেছি পয়চা এবাৰত পাইছা ?

—পাঁচ টকা। এবাৰ পাঁচ টকীয়া নোট এখন পাইছিলো।

—কি কৰিলা ?

—কি কৰিম আৰু। নিয়ম মতে দুখীয়া মগনিয়া কাৰোবাক দি দিলো।

—সেইটোতো তুমি কৰিব লাগেই। তুমি জনা মানুহ, কৰিবাও। কিন্তু তাতে এটা ডাঙৰ বিপদ আছে।

—বিপদ ? কেনেকৈ ভিন্টি। মোৰতো একো হোৱা নাই।

—হোৱা নাই। কিন্তু হ'ব পাৰে। প্ৰথমতে চোৱা। এই দুখীয়া মগনীয়া মানুহখিনিবো এক ধৰণৰ এখন সমাজ আছে। তুমি দানী মানুহ বুলি সিহঁতৰ মাজত জনাজাত হোৱাৰ লগে লগে পুৱা গধূলি তোমাক পয়চা খুজি আমনি কৰা মানুহৰ সংখ্যা বাঢ়ি যাব। তুমিতো

সকলোকে দিব নোৱাৰা। দিয়াটো উচিতো নহয়। কাম নকৰা মানুহ আৰু কাম কৰিব নোৱাৰা মানুহৰ মাজত পাৰ্থক্য আছে। প্ৰথমখিনিক দিয়া মানে ধোদক আৰু ধোদ হ'বলৈ উচ্‌কানি দিয়া। কিন্তু চিনিবা কেনেকৈ? দ্বিতীয়তে, এইযে তুমি দানী মানুহ বুলি জনাজাত হ'লা, এটা খোচনাম হাচিল কৰিলা, সেইটো জানো তোমাৰ হক। ন্যায্য। তুমিতো হেৰাই পোৱা ধনহে দিছা।

—কথাবাৰ হয়। তেনেকুৱা ক্ষেত্ৰত ধনখিনি সম্পৰ্কত সকলো কথা জনাই দিয়াই ভাল।

—ভাল। কিন্তু সদায়, সকলো ধনৰ ক্ষেত্ৰত জনাই দিয়াত অসুবিধাও থাকিব পাৰে।

– কেনেকৈ?

—শুনা তেন্তে। তুমিতো জানাই, আমাৰ কিছুমান বস্তুৰ হোল-চেল-এজেন্সী আছে। চাবোন, বিস্কুট, চুলিৰ-তেল, প্ৰসাধন, এনে ধৰণৰ ভালেখিনি বস্তু। আজি তিনিবছৰ মানৰপৰা আমাৰ এইফালৰ বাবে গিলাচ চাপ্লাইৰ বাবে এজেন্সী লৈছিলো। সৰু সৰু গিলাচ। এই যে সাধাৰণ হোটেলবোৰত চাহ দিয়ে।

—চিংগল চাহ।

—ঠিক। চিংগল চাহ। তুমি জানিলে আচৰিত হ'বা আমাৰ এই ফালৰ হোটেলবোৰ আৰু আন আন ঠাইকে ধৰি কেতিয়াবা একেটা মাহত লাখৰ ওচৰাউচৰি গিলাচ লাগি যায়। ভগা বস্তু। হোটেলে চোটেলে অলপ বেছিয়ে ভাগে। অলপতে কোম্পানীৰপৰা তেনেকুৱা গিলাচ পঞ্চাছ হেজাৰ আহিছিল। পাঁচটা পেকিং বাকচ। প্ৰতি বাকচত দহ হেজাৰকৈ। গুদামতে তিনি মাহমান পৰি আছিল। খুলিব লগা হোৱা নাছিল।

—আমাৰ গাড়ীয়ে চাহিদা মতে ভাগে ভাগে ঠায়ে ঠায়ে দি আহেগৈ। সময়ত বাকচবোৰ খুলি হিচাপ মিলাবলৈ গৈ দেখা গ'ল, দুটা বাকচত গিলাচ নাই। তাৰ ঠাইত কি আছিল জানা? পিৰিচ আৰু পিয়লা। বিশ হাজাৰ জোৰা। বৰ বেছি দামী নহয়।

কিন্তু বজাৰত সেইবোৰ সহজে চাৰি পাঁচ টকাত বিক্ৰী হয়। কিন্তু আঠ অনীয়া শিলাচৰ ঠাইত পাঁচ টকীয়া শিৰিচ পিয়লা নিচেই উলামূলা মুখৰ কথা নহয়। খৰচ-পাতি বাদ দিলেও পঞ্চাছ-ষাঠি হেজাৰ নগদ এনেয়ে থাকি যায়। এতিয়া তুমি কোৱাচোন বাৰু, মই কি কৰা ভাল হ'ব ?

—মোৰতো মূৰটো ঘূৰাই যোৱা যেন লাগিছে, ভিন্টি। লটাৰীত লাখ টকা পাই যোৱাৰ নিচিনা কাণ্ড।

—লটাৰীতকৈ সাত চাৰ। লটাৰীত এনেই হ'লেও প্ৰত্যাশা এটা থাকে। এয়াতো অপ্ৰত্যাশিত। কোৱাচোন, কি কোৱা।

—মোক সুধিলে কি হ'ব, ভিন্টি। মোৰতো সেই চাৰপাইৱালাৰ নিচিনা অৱস্থা।

—কোন চাৰপাইৱালাহে ?

—ইয়ে। ভিন্টিয়ে নেজানানেকি। বৰ মজাৰ কাণ্ড। এজন চাৰপাইৱালা আছিল। বুঢ়া মানুহ। ইউ-পি নে বিহাৰ নে ক'ৰবাত। চাৰপাই বেচা মানুহ নহয়। মেৰামতি কৰা মানুহ। মানুহৰ চাৰপাইৰ ৰচি ছিগিলে, সোলোক-ঢোলোক হ'লে ভাল কৰি দি দুপইচা উপাৰ্জন কৰে। কোনোমতে চলি থাকে আৰু। এবাৰ কিবা পাকত পৰি ল'লে এটা লটাৰীৰ টিকেট। এক লাখ টকা প্ৰথম পুৰস্কাৰ। বহুত বছৰৰ আগৰ কথা। আজিকালিতো লাখ টকাৰ মূল্য চৰেই জানে। মামুলি কথা। ইহাত সিহাত হৈয়ে থাকে। তেতিয়া কিন্তু এক লাখ টকা বহুত টকা। সাত বজাৰ ধন। পাই গ'ল প্ৰথম পুৰস্কাৰ চাৰপাইৱালাই। বপুৰাৰ খবৰেই নাই। আজিকালিৰ নিচিনা নাছিল নহয়। লটাৰী খেলাওঁতাই নিজেই খা-খবৰ লৈ পুৰস্কাৰ দিব লগা হয়। খবৰ লৈ তেওঁলোকে চাৰপাই-ৱালাৰ সম্ভেদ পালে। কিন্তু সন্দেহ হ'ল। এই মানুহটোৱে এইটো খবৰ ৰপকৈ পালে চল্লালিব পাৰিব জানো। হাৰ্টফেল কৰে যদি। মানসিকভাৱে মানুহটোক প্ৰস্তুত কৰি লৈহে খবৰটো দিয়া ভাল হ'ব। প্ৰতিনিধি নিয়োগ কৰা হ'ল। চাৰপাইৱালাক লগ ধৰা

হ'ল। ইকথা-সিকথাৰ পিছত কথাই-কথাই সোধা হ'ল, লটাৰীত যদি তুমি এক লাখ টকা পাই যোৱা কি কৰিবা বাক? হোকাত দহোটামান দীঘল দীঘল টান মাৰি চিন্তা কৰি কৰি অৱশেষত চাৰপাই-ৱালাই কলে, কি আৰু কৰিম। বহুত দিনৰ পৰা এটা আশা পুৰাব পৰা নাই। দুনিয়াইৰ মানুহৰ চাৰপাই গুঠি ফুৰো। মোৰ নিজৰ চাৰপাইখন চৰাইৰ বাঁহৰ নিচিনা হ'ল। সদায় তিনিটা গাঁঠি কম্‌চে কম দিবই লাগে। মাময়ে ধৰা তাঁৰো লগাইছো। জোৰা-ফোন্দা। টকা পালে একেবাৰে নতুন ৰচিবে গুঠিম। মজবুত কৈ। ···ভিণ্টি মোৰো অৱস্থা সেই চাৰপাইৱালাৰ নিচিনা। ইমান টকাৰে কি কৰা ভাল মই থাউকতে ক'ব নোৱাৰিম।

ভিণ্টিয়ে হাঁহিছিল। শুদ্ধ আপোন ভোলা হাঁহি। ইমান জটিলতাবোৰ মাজত থকা, এখোজ দিওঁতে পিছৰ দহোটা খোজৰ কথা ভাবিব লগা হোৱা মানুহে কেনেকৈ এনেকৈ হাঁহিব পাৰে মই নুবুজোঁ। আমাৰতো বজাৰৰ আলু-কচুৰ দামৰ উঠা-নমাৰ লগে লগে হাঁহি সেমেকা হয়। শুকান হয়।

ভিণ্টিয়ে তাৰ পিছত কৈছিল—তুমিতো ভাল দুষ্ট। পিছে, দিনে কোটি কোটি টকাত অনুমোদন জনোৱা বিত্ত-মন্ত্ৰী একোজনৰ কথা ভাৱাচোঁন। ভাল বিত্ত-মন্ত্ৰী একোজনৰ অৱস্থাটো বেংকৰ টকা-গণা চাকৰিয়ালৰ নিচিনা। সেইযে তাঁতীৰে কাপোৰে জগতখন ঢাকিলে··· তেনেকুৱা। এতিয়া মোৰ কথাখিনি মন দি শুনা। মই কোম্পানীৰ লগত যোগাযোগ কৰিছিলো। তেওঁলোকৰ মতে ক'তো একো ভুল হোৱা নাই। তেওঁলোকৰ সেইবাবে কৰিবলৈকো একো নাই। তাৰ পিছত অসমৰ বাহিৰলৈ যাওঁতে মই নিজেই মেনেজাৰক লগ ধৰিছিলো। তেওঁৰ অনুৰোধ, এইবোৰ কথা নোতোলাই ভাল। কেচুঁ খান্দোতে সাপ ওলালে বহুত ঘমঘণ্ট হ'ব পাৰে। নিম্ন বৰ্গৰ কিছুমান মানুহৰ চাকৰিৰো খেলিমেলি হ'ব পাৰে। এনেকুৱা লোকচান কোম্পানীৰ গাতেই নেলাগে। হ'য়েই থাকে। সাগৰৰ পানীৰ এবাল্টি কম বেছিৰ একো মানে নাই।

—আচৰিত কথা।

—সেইখন এখন বেলেগ দুনিয়া। মই দুই এগৰাকী আলিমৰ লগত কথা হৈছো। বস্তুটো কিবা এটা ভাল কামত ভাবি-চিন্তি দি দিয়া ভাল বুলি কৈছে। মই বিভিন্ন দিশৰ পৰা চিন্তা কৰি চাইছো। এই টকাখিনি মই তোমালোকক দি দিয়াৰ কথা ভাবিছো।

– আমাক? ভিন্টি।

—অঁ, তোমালোকক। তোমালোকৰ এই লাইব্ৰেৰীটো ঘৰে-চৰে পূর্ণাংগ কৰি তুলিব লাগে। আৰু তোমালোকৰ এই ফাণ্ডটো মজবুত কৰিব লাগে। তোমালোকে ভাবিচিন্তি বামত অহাকৈ ব্যৱহাৰ কৰিবা। মোৰ মাত্ৰ দুটা চৰ্ত থাকিব।

—কি চৰ্ত?

—প্ৰথম কথা, তোমালোকে কোনোপধ্যেই মোৰ ঢাক-ঢোল বজাব নোৱাৰিবা। দ্বিতীয়ত, টকাখিনিৰ খৰচ উচিতভাৱে হ'ব লাগিব। অৱশ্যে তোমালোকৰ ওপৰত মোৰ পূর্ণ আস্থা আছে।

—ধন্যবাদ, ভিন্টি। আমি চেষ্টাৰ ক্ৰুটি নকৰিম।

– ধন্যবাদ। কেনেবাকৈ টকা কম পৰিলে মোক ক'বা। মোৰ ফালৰ পৰা সেয়া মই পূৰাই দিম।

কি মানুহ আমাৰ এই ভিন্টি। ওবে জীৱন টকা টকা বুলিয়ে জীৱন কটোৱা এজন মানুহ বুলি অনেকে ভৱা আমাৰ ভিন্টিৰ মনৰ গভীৰতা তথা আয়তন বুজাৰ শক্তি মোৰ নাই।

আৰু কি মানুহ আছিল আমাৰ ডাক্তৰ মোমাইটি। আজি ডাক্তৰ মোমাইটি নাই। মোৰ এনে লাগে যেন সুবৃহৎ এটা হলঘৰত গমগমাই থকা এটা সুমধুৰ ৰাগ হঠাৎ যেন স্তব্ধ হৈ গ'ল। থাকি গ'ল এক ৰিক্ততা। ভয়াবহ নিস্তব্ধতা। নিঃসীম নিস্তব্ধতাৰ কোলাহল।

সেই শেষৰ এটা মাহ। এটা নে দুটা? হয়তো দুটা মাহ। উহ। কি ভীষণ কি ভয়ানক বাঠিটা দিনৰ দুটা মাহ। পৰিগৰ্ভ সময় বৰ গধুৰ। বৰ দীঘল। কিমান দিন হ'ল বাৰু এতিয়ালৈ? পোন্ধৰ বছৰ? বিশ বছৰ? হ'ব পাৰে। হয়তো বেছিও হ'ব পাৰে। কিমান দিন।

অথচ এনে লাগে যেন সৌ সিদিনা। আৰু মোমাইটিৰ কথাবোৰ। অসংলগ্ন যেন লগা, আকস্মিক যেন লগা, প্ৰাসঙ্গিক যেন নলগা, মোমাইটিৰ শেষৰ কথাবোৰ। ইমান প্ৰেক্টিক। ইমান কম দিনৰ ভিতৰত কেতিয়াবা পৰোক্ষভাৱে মোৰ চকুৰ আগত সেইবোৰ দ্ৰুত ফলিয়াই গৈছে। মোৰতো অবাক লাগে। ভাবিলে ভয় লাগি যায়। ভয় লাগি যায় যদি সকলো ফলিয়াই যায়। কিন্তু···

কিন্তু সেইবোৰতো মোমাইটিৰ নিজৰ কথা নহয়। সেইবোৰ কথা, তেনেকুৱা অনেক কথা, পোন্ধৰ-শ বছৰৰ আগত হজৰত মোহাম্মদ চল্লাল্লাহু আলেইহে ৱচ্ছালামে নিজেই কৈ গৈছে। মোমাইটিয়ে মাথোন নতুন পটভূমিত তেওঁৰ নিজা প্ৰগতিশীল দৃষ্টিভঙ্গিৰে সেইবোৰ কথাৰ প্ৰাসঙ্গিকতা বিচাৰ কৰি অভিমত ব্যক্ত কৰিছিল। সময়ৰ লগত খাপ খুৱাই কৈছিল। সত্য পুৰণিও নহয়। অকাৰ্য্যক্ষমো নহয়। ই এটা অক্ষয় চিৰন্তন শক্তি। মাত্ৰ ই নিৰ্ভুল প্ৰয়োগৰ অপেক্ষা ৰাখে। উদাহৰণ স্বৰূপে এজন মুছলমানে তেওঁৰ সঞ্চয়ৰ এটা নিৰ্দিষ্ট অংশ দীন-দুখীয়াক নিশ্চিতভাৱে দান কৰাটো নিয়ম। এই নীতিটোৰ স্পিৰিটটো আহৰণ নকৰি বছৰত এবাৰ হিচাপ কৰি দান দি গোটেই বছৰ নিৰ্বিচাৰে কেৱল সঞ্চয়ত মনোনিৱেশ কৰিলে এটা মহত আদৰ্শ স্বৰূপাৰ্থত ফলৱতী নহয়।

মোৰ চাফ্ মনত আছে, শেষৰ সেই ভীষণ ছুটা মাহৰ আৰম্ভতে মোক মাতি পঠিয়াইছিল ডাক্তৰ মোমাইটিয়ে। মোমাইটিয়ে এনেকৈ মোক মাতি নপঠিয়ায়। মই নিজেই গৈ থাকো সময় বুজি, ছেগ বুজি। মাতি পঠিয়ালেই বুজোঁ, বিশেষ কথা।

মাজতে মই কিজানি ডেৰ-দুই মাহমান যোৱা নাছিলো। পৰীক্ষাৰ বতৰ। চাৰিওফালে যেতিয়া পৰীক্ষাবোৰ আৰম্ভ হৈ যায় তেতিয়া আমি আৱদ্ধ হৈ পাৰো। যাওঁ বুলি খোজ এটালৈয়ো যাবলৈ অসুবিধা হয়।

তথাপি মোমাইটিয়ে মাতিছে যেতিয়া। গ'লো।

—অ', প্ৰফেচৰ। আহ। বহ। কি হ'ল। লং টাইম, ন' চি। চমন জাৰি কৰিব লগা হ'ল। কিবা দায় জগৰ···

মোমাইটিয়ে কেতিয়াবা ধেমালি কৰি ইংৰাজী কয়। কিতাপৰ বাহিৰৰ ইংৰাজী।

মই আহিব নোৱাৰাৰ কাৰণ দেখুৱাই কৈফিয়ৎ দিছিলো। মোমাইটিয়ে কৈছিল—

—জানো অ' প্ৰফেচৰ, জানো। তইঁতৰ মাষ্টৰ জাতটোৰ খুতু-কিটাৰ কথা মই জানো। পিছে মোৰ কথা তই ৰাখিছনে।

প্ৰথমতে মই ধৰিবই পৰা নাছিলো মোমাইটিয়ে কিহৰ কথা কৈছে। অৱশেষে বুজি উঠোতে বেছি সময় নেলাগিল আৰু উত্তৰত ক'লো—

—ৰাখিছো মোমাইটি। এইবাৰ মই মাত্ৰ এটা মাত্ৰ পৰীক্ষাৰ বহী চাবলৈ লৈছো। বাকীবোৰ চাব নোৱাৰিম বুলি জনাই দিছো। কাৰণো তুমি কোৱা মতেই দিছো।

—চাব্বাচ। মই ভাল পাইছো। সামান্য কেইটামান টকা। কি লাভ। স্বাস্থ্যৰ ওপৰত অনুচিত হেঁচা আৰু পৰীক্ষাৰ্থীৰ প্ৰতি অবিচাৰ। প্ৰথমটো যহন-তহন। পিছৰটো কৰাৰ তইঁতৰ কোনো মৰেল ৰাইট নাই।

এইবোৰ কথাত মোমাইটি বৰ চিৰিয়াচ হৈ পৰে। মই কথা বদলাবৰ যত্ন কৰি কৈছিলো—

—পিছে মোক যে চমন জাৰি কৰি অনা হ'ল। কেলৈবা?

মোমাইটিয়ে একো নকৈ একেথিৰে মোৰ চকুলৈ চাই ৰ'ল। মোমাইটিৰ মাত আগৰ দৰেই আছে। হলহলীয়া। গলগলীয়া। গাটোও দেখাত মজবুত হৈ আছে। কোনো জড়তা বা আড়ষ্টতা পৰিলক্ষিত নহয়। মাত্ৰ চকুযোৰ দুৰ্বল। নিষ্প্ৰভ। মোৰ ভাব হ'ল তাত যেন বহুত কাৰুণ্য আহি থুপ খাইছে। অজান কাৰণত মোৰ ভয় ভয় লাগিল।

কিন্তু পিছ মুহূৰ্ততে মোমাইটিয়ে হাঁহি উঠিল। চকু দুটাও এটা দুষ্ট ল'ৰাৰ দৰে চিকচিকাই উঠিল।

—তই আহি থাকিবি অ' প্ৰফেচৰ। যেনে তেনে সময় অকণমান উলিয়াবি। কথা পাতিবলৈ মোক মানুহ দৰ্কাৰ হৈছে। বহুত কথা

মোৰ ক'বলৈ আছে বুজিছু। চব কথা চবৰ লগত পাতিবলৈ দিগদাৰ বুজিছু। বহুতে বুজিয়ে নেপায়। বহুতে ভুলকৈ বুজেও।

—আছিম মোমাইটি। সদায় আছিম।

কৈছিলো। নকৈ নোৱাৰিছিলো। মোমাইটিৰ কণ্ঠত মই এটা অপৰিচিত আকুলতা অনুভৱ কৰিছিলো।

—চাবাইচ। আৰু এটা কথা। তোক মনে মনে কৈ থ'ব খুজিছো। তই পিছে মোক ৱাদা কৰিব লাগিব। কাকো ক'ব নোৱাৰিবি। কৰিবিতো? কৰ।

—ইন্‌চা আল্লাহ। কিন্তু মোমাইটি, তুমি নক'বি বুলি ক'লে মইতো এনেও কাকো ক'ব নোৱাৰো। ৱাদাৰ কি দৰ্কাৰ। আৰু সেইবোৰ কৰিব নেপায়োনেকি, মোমাইটি।

মোমাইটিয়ে হাঁহিছিল।

—প্ৰফেচৰৰ দেখিছো ভয় আছে। মন শিলৰ খুটি হ'ব লাগে। ক'ম ক'ম। নকওঁ, নকওঁ। বচ্। একেবাৰে জয়-মতী। আৰু তোৰ এই নেপায়োনেকিটো হ'ল কচম। কচম খাব নেপায়। কিন্তু কথা দিব ভিয় নোৱাৰি। আলবৎ পাৰি। মনৰ জোৰ থাকিলেই হ'ল। হক-বেহক উচিত-অনুচিতৰ জ্ঞান থাকিলেই হ'ল। সেইখিনি জ্ঞান থকা মানুহে জধে-মধে কথা নিদিয়েই নহয়। যেতিয়া দিয়ে তেতিয়া আৰু কথাৰ লৰণ-চৰণ নাই।

—ঠিক আছে মোমাইটি। কথা দিলো। এটা ভাৰসাত। তুমি মোৰ পৰা অনুচিত একো নিবিচাৰা। কোৱা, কি ক'ব খুজিছা।

—শুন তেন্তে। মোৰ আৰু বেছি দিন নাই, বুজিছু প্ৰফেচৰ। ঘপকৈ এদিন তলপ আহি যাব। যাব লাগিব। তিতা দহে।

—মোমাইটি।

মোৰ মাতটো বোধহয় দৰ্কাৰতকৈ বেছি ডাঙৰকৈ ওলাইছিল। মাতটো বোধহয় কঁপিছিল। মোৰ মনটো বোধহয় হঠাৎ নগ্ন ৰূপত মোমাইটিৰ আগত ধৰা পৰি গৈছিল।

তেওঁ সন্তুষ্টিৰ হাঁহি মাৰি কৈছিল—আৰে। আৰে। প্ৰফেচৰ।

ভয় নেখাবি। চিন্তাও নকৰিবি। নোহোৱা কথা একো হোৱা নাই। বুঢ়া ডাক্তৰ। পঞ্চাছ বছৰৰ অভিজ্ঞতা। আৰু আন ফালৰ পৰাও মই বুজি পাইছো। সেই কাৰণেই তোক কৈছো, তই আহি থাকিবি। থকা দিন কেইটা মোক কথা পাতিবলৈ মানুহ লাগে। প্ৰফেচৰ মানুহ হ'লে ভাল। হওঁতে তয়ো এটা পহিলা দৰ্জাৰ গাধাই। হলেও তোৰ লগত কথা পাতি ভাল লাগে। আন একো নেজানিলেও তই কথা শুনিব জান।

ডাক্তৰ মোমাইটিৰ চকু অলপ বেছি ধৰণে বেয়া হৈছিল। ঘূৰি ফুৰিব প্ৰায় নোৱাৰাৰ দৰেই হৈছিল। বাৰাণ্ডাৰ আৰামী কেদাৰাতে বেছিৰ ভাগ সময় বহি কটায়। নিজে একো পঢ়িব নোৱাৰে। বছিৰে পঢ়ি পঢ়ি শুনায়। পিছে তাৰো পঢ়া-জ্ঞান সীমিত। অৰ্থ নজনাকৈ পঢ়া মানুহৰ পঢ়া শুনিবলৈ ভাল নহয়। তাক বেছি সময় বহুৱাই ৰাখিবও নোৱাৰি। চকু দুটা মুদি ভাৱ-সাগৰত উটি ফুৰাই কাম।

কিন্তু যাব লগাকৈ গা ভাল নহয় বুলি ধৰিব পৰা নাছিলো। দেখিলে একো ধৰিব নোৱাৰি। সুস্থ সবল যেনেই লাগে। অগত্যা সুধিয়ে পেলালো।

—তোমাৰনো ইমান তৰা-নৰা ছিঙি যাব লগীয়াকৈ হৈছে কি? মোমাইটি, ব'লা নহ'লে, এবাৰ মেডিকেলৰ পৰাই আহোঁগৈ। ইমান ফট্‌কৰে তোমাকতো যাবলৈ দিব নোৱাৰি। আন যি হওক নহওক মোৰ দেখোন দন্ কৰিবলৈকে লগেই নোহোৱা হ'ব।

ইচ্ছা কৰিয়েই, যত্ন কৰিয়েই, লঘু্ ধেমালিৰ সুৰত কথাবোৰ ক'বলৈ যত্ন কৰিছিলো। কিন্তু মনৰ ভিতৰখন মোৰ ধৰ্‌ফৰাই আছিল। মই জানো, মোমাইটিয়ে যিমানেই পাতল সুৰত কথা নকওক, লাগিলে একেবাৰে পানীৰ ঔ যেন লগা কথাই নকওক, অযথা কথা নকয়। মিছা কথা নকয়। তাৰ মানে, তাৰ মানে, মোমাইটিৰ মুখতে অনেক বাৰ শুনা সেই নিদাৰুণ শব্দ কেইটা 'ঘন্টি বাজিল'। মাতটো স্বাভাৱিক কৰি ৰখা মোৰ দুৰূহ হৈ পৰিছিল। উপলব্ধি কৰিছিলো অভিনয় কিমান জটিল এটা শিল্প।

—কোনো কয়লা নাই অ' প্ৰফেচৰ। ছাৰ্ট বুজিছু। দেহাৰ চব্‌চে খেয়ালী অৰ্‌গেন। মোৰ বয়স ভালেই হৈছে বুজিছু। এতিয়া মই কিমান সাৱধানে থাকিব পাৰো, সেইটোৱে একমাত্ৰ কথা। ঔষধ-পাতি বোৰ জানোৱেই। আজিকালি কিবা-কিবি ওলাইছেও। মন নাই। বগিয়া-বগি কৰি থাকিব পাৰো মানে থাকিম আৰু বুজিছু। যিদিনাখন থাপ মাৰি ধৰিব···যাবই লাগিব।

মই মনে মনে তলমূৰ কৰি বহি আছিলো। এনেকুৱা অৱস্থা সহজভাৱে ল'ব পৰা ক্ষমতা মোৰ ধাতুত নাই। সত্যৰ মুখামুখি হ'বলৈ ভাল। জীৱনৰ পৰা সেই শিক্ষা মই পাইছো। কিন্তু নিদাৰুণ সত্যৰ মুখামুখি হ'বলৈ বৰ টান। বৰ টান। মই পৰা নাছিলো। তথাপি সাজু হৈছিলোঁ। অনেকৰ ক্ষেত্ৰত মই হয়তো, অনুচিত হ'লেও, পলাই সাৰিবলৈ যত্ন কৰিব পাৰো কিন্তু এইজন মানুহৰ ক্ষেত্ৰত মই টুপাই বুৰ মাৰিব নোৱাৰো। এইজন মানুহক ঠগিব নোৱাৰো।

বুজাত মোৰ ধনিষ্ঠামানো ভুল হোৱা নাছিল। মোমাইটিয়ে নিতান্ত হাল্‌কা সুৰত কথাবোৰ কৈছে যদিও আন্তৰিকভাৱেই কৈছে। আৰু মোৰ লগত—এই এতিয়া—আড্ডা মৰাৰ ইচ্ছা প্ৰকাশ কৰাৰ অন্তৰালতো এটা বিশেষ উদ্দেশ্য আছে। পৰিকল্পনা আছে।

আৰু ময়ো ঠিক কৰি পেলাইছিলো—তাৎক্ষণিকভাৱেই, খেলখন ময়ো হাল্‌কাভাৱেই খেলিব লাগিব। তেওঁৰ সুৰতে নাচিব লাগিব। বোলে নাচ বগী নাচ, তয়ো বগী ময়ো বগী, একেখন বিলৰে মাছ। লগে লগে মনটো মুকলি মুকলি লাগি গৈছিল।

আৰু মোমাইটিৰ মুখলৈ চাই হাঁহি হাঁহি কৈছিলো—তেনে-হ'লেতো মোমাইটি আৰু দেৰি কিহৰ। ৰ'দ থাকোতেই ঘাঁহ শুকুৱাহে কথা।

—আৰে প্ৰফেচৰ, তইনো ভাবিছ কি। মইতো তাকেই কৰিব খুজিছো। তোক মাতিছো।

—কিন্তু মোমাইটি, মই অহা মানেইতো ফাল্‌টু কথাৰ আড্ডা।

—কি কলি। ফাল্‌টু কথা? আজিলৈকে তোৰ আগত মই

কোনটো কাল্ট্ কথা কৈছো এটা উদাহৰণ দেচোন। যা-তা কথা কৰ কেলৈ।

—নাই, নাই, মোমাইটি। তুমি তেনেকৈ নেভাবিবা। মোক মাফ কৰিবা। ·· মই এনেই কথাৰ মূৰত কথা এৰাৰহে কৈছিলো। মই অন্য ধৰণেৰে ভাবিছিলো।

—কি ভাবিছিলি? ভাবিছিলি হ'বলা, বাকী থকা দিনকেইটা আল্লা-আল্লা কৰি কটাই সিপাৰৰ কাৰণে অলপ সা-সম্পত্তি গোটাই-পিটাই লওঁ। আইডিয়াটো বেয়া নহয়। বৰং মানুহে তেনে কৰাটো উচিতো। বহুতে আকৌ বুঢ়া কালটো পৰচৰ্চাৰ কাল বুলিহে ভাবে। মই পিছে মোৰ ক্ষেত্ৰত কথাবোৰ এ:ফেৰামান বেলেগ ধৰণে ভাবিছো অ' প্ৰফেচৰ।

—মোমাইটিয়েনো কি ভাবিছা?

— তই···এটা কথাতো তই জানই হ'বলা।

—কি কথা মোমাইটি?

—ৰচুলুল্লাহৰ এটা অভ্যাসৰ কথা।

— মই ধৰিব নাই পৰা। কোনটো অভ্যাসনো?

—তেখেত মচজিদলৈ আহি যেতিয়া দেখিছিল কিছুমান মানুহ প্ৰাৰ্থনাত ব্যস্ত আৰু কিছুমান মানুহ থুপ খাই ধৰ্মমূলক আলোচনাত ব্যস্ত, তেতিয়া তেখেতে পিছৰ মানুহখিনিৰ লগত বহি গৈছিল। তই ভাবনেকি প্ৰফেচৰ, ধৰ্মমূলক আলোচনা মানে কিছুমান সীমাবদ্ধ বিষয়ৰ আলোচনা। ধৰ্ম বৰ ব্যাপক এটা বস্তু। তোৰ বাক জন্মিৰ চাহেবলৈ মনত আছেনে?

—আছে। সক আছিলো। ওচৰৰ পৰা জনাৰ সুবিধা পোৱা নাছিলো কিন্তু শুনিছিলো। বয়সীয়া একোজনৰ মুখত এতিয়াও শুনো। মানুহে পীৰ চাহেব বুলি কয়।

—কয় নহয়। পীৰ চাহেবেই আছিল। মোতকৈ বয়সে অলপ ডাঙৰ। সকৰে পৰা জানো। বেলেগ দৰ্জাৰ মানুহ। ইমান কট্‌কটিয়া চিন্তাৰ মানুহ বেছি পোৱা নেযায়। এদিন বুজিছ প্ৰফেচৰ,

বাটৰ দাঁতিত বৈ আমি দুয়ো কথা পাতি আছো। হেড্ মাষ্টৰ আলি চাহেব ওলালহি। বৰ কথা কয়। তেওঁ আমাক চালাম দিলে। আমি চালামৰ জৱাব দিলো। তেওঁ ক'লে—আপোনালোকৰ কথাৰ মাজত সোমাই জগৰ লগোৱা নাইতো। পীৰ চাহেবৰ উত্তৰ মোৰ এতিয়াও মনত আছে। তেখেতে কৈছিল—কি কয় আলি চাহেব। চালাম দিয়াটোতো এটা দোৱা। আশীৰ্বাদ। আৰু আমি যদি লগ লাগি দুষাৰ ভাল কথা পাতো, সেয়াতো এবাদত। কিবা বুজিলিনে, প্ৰফেচৰ।

—বুজিলো মোমাইটি। যি কোনো ভাল কাম, ভাল কথাই ধৰ্ম। মই আহি থাকিম, মোমাইটি।

—চাব্বাচ। তই মানুহটো এফেৰামান বুৰ্ব্বক হ'লেও তোৰ বুধিটো বেয়া নহয়। সেই কাৰণেই তোক বাচি লৈছো। তোক অলপমান কথা ক'ম। এই এতিয়াই নহয়। লাহে লাহে ক'ম। এক প্ৰকাৰৰ জিম্মেদাৰী বুজিছ। তই আকৌ ভয় খাবি নেকি ?

—তুমি কোৱাচোন বাৰু। ভয় খাও নে নেখাও শুনিলেহে ক'ব পাৰিম। এই জিম্মেদাৰী কথাটো কি ?

—একো নাই। সামান্য কথা। কিছুমান মানুহৰ একোটা বিদ্যা থাকে। মানুহৰ যে আচিনাই হয় দেখিছ। কৰ্ণ। একো গৰাকী মানুহে ভাল কৰিব পাৰে। হাতেৰেই নোচোৱে। দূৰৰ পৰাই কিবা এটা কৰে। মেজিকৰ নিচিনাকৈ এটা এটাকৈ শুকাই যায়। বিদ্যাটো জনা মানুহে শেষত বাচি লৈ এজনক বিদ্যাটো শিকাই থৈ যায়। ঐতিহ্য চলি থাকে। তেনেকুৱাই এটা জিম্মেদাৰী।

—এইবাৰ কিন্তু মোৰ ভয় লাগিছে মোমাইটি।

তাৰ পিচত মোমাইটিয়ে মাজে মাজে অলপ অলপকৈ যিবোৰ কথা কৈছিল ভাবিলে মোৰ আজিও অবাক লাগে। সামান্য পানী-লগা অৱৰপৰা মাৰাত্মক কৰ্কট ৰোগলৈ এক সুবিশাল ক্ষেত্ৰত অনবৰত দৌৰি ফুৰিব লগা হোৱা এজন মানুহে সেইবোৰ কথা ভাবিবলৈ আৰু অলপ অলপ কাম কৰিবলৈ ক'ত যে সময় পাইছিল।

—প্ৰফেচৰ অ'। মই ডাক্তৰ হোৱাটো আৰু মই হুজো কৰি অহাটো—এই দুটা বস্তু তই একেলগে ভাবি চাব পাৰনে? বিজ্ঞান আৰু ধৰ্মৰ বিৰোধটো এটা যে বিৰাট ধাপ্পা মই তাৰ জীৱন্ত নিদৰ্শন বুজিছ। সময়ৰ গতিক, সময়ে অনা ৰূপান্তৰক বাধা দি কোনেও ৰাখিব নোৱাৰে। দৰ্কাৰো নাই। ব্ৰেক মাৰিলে গাড়ী চলিব নোৱাৰে। কেতিয়াবা ইঞ্জিনেই বন্ধ হৈ যায়। ইঞ্জিনৰ কষ্টতো হয়েই। কিন্তু কথা হ'ল আচল সত্যবোৰ, শুদ্ধ মূল্যবোধবোৰ থাকে মানেহে মানুহ থাকিব। ভুঠেঙত থিয় হোৱাই মানুহ নহয়, নহয়। আৰু সেই-খিনিতেতো তোৰ মোৰ নিচিনা মাথাৱালাৰ কাম।

মই নিয়মিত যাবলৈ আৰম্ভ কৰিছিলো। এখন্তেক সময়ৰ কাৰণে হ'লেও মোমাইটিৰ ওচৰত বহিছিলোগৈ। এনেও সেই এটা মোৰ নিচা যিটোৰ ব্যাখ্যা মই নিজেই নেজানো। এই নিচাৰ বাবেই মই কেতিয়াবা মাগিবলৈ অহা অলপ বেলেগ ধৰণৰ যেন লগা মানুহকো বহুৱাই লৈ কথা পাতো। কণী বেচিবলৈ অহা দহ বছৰীয়া ল'ৰাটোৰ লগতো মেল মাৰো। চুৰেইয়াৰ বকনিও খাওঁ।

—কচোন বাৰু প্ৰফেচৰ। জীৱনততো ধেৰ কিতাপ পঢ়িলি। কিমান পঢ়িলি বাৰু।

—হিচাপতো নাই মোমাইটি।

—অঁ। হিচাপ নাই। নেথাকে। কিমান ধৰণৰ কিতাপ পঢ়িলি বাৰু?

—মোৰ কোনো বাচ-বিচাৰ নাই। চব পঢ়ো।

—উপন্যাস বেছি। ইবোৰ কম। নে কি কয়? মই মাত্ৰ হাঁহিছিলো। মোমাইটিয়ে কিহলৈ টোৰাঁইছে মই ধৰিব পৰা নাছিলো।

—আচ্চা বাৰু প্ৰফেচৰ। এটা সঁচা কথা কচোন। তেৰা-বেঁকা নকৰিবি। তোৰ বাৰু গৰ্ব হয় নে নহয় মুছলমান হোৱা বাবে?

প্ৰশ্নটোৰ আকস্মিকতাত ভাল জোকাৰণি এটা খালো। প্ৰশ্নটোৰ আঁৰত যে সাম্প্ৰতিক বিশ্বৰ এটা জটিল প্ৰসঙ্গ আছে বুজিছিলো। মোমাইটিৰ মনৰ দিগন্তৰ ব্যাপকতাৰ কথা মই নজনা নহয়।

তথাপি বিশেষ সাৱধান নহ'লে ক'লো—লক্ষ্যমত হয়। কিন্তু নহ'ব। প্ৰত্যেক ধৰ্মৰ মানুহে নিজ নিজ ধৰ্মক লৈ গৰ্ব কৰিবই। ধৰ্মইতো আমাক মানুহ হ'বলৈ শিকায়। আৰু এটা কথা নহয়। গোলাপে যদি মই গোলাপ বুলি পদুমে যদি মই পদুম বুলি গৰ্ব নকৰে কোনে কৰিব। ধৰ্মবোৰতো একো একোপাহ ফুল।

—তামাম কৈছ, প্ৰফেচৰ। মোৰ এটা গল্প মনত পৰি গৈছে। শুন নেকি?

—কোৱা আকৌ। গল্প শুনাত মোৰ কোনো অৰুচি নাই।

—শুন তেন্তে। ৰজাৰ ওচৰলৈ এদিন তিনিটা মানুহ আহিল।

—কোন ৰজা মোমাইটি?

—কি দৰ্কাৰ। ৰজা হ'লেই হ'ল। তিনিওটা দোস্ত। খুব মিল সিহঁতৰ। নলেগলে লগা। একেডাল নলীৰে পানী খোৱা। কিন্তু তিনিওটাৰে ধৰ্ম আলাদা-আলাদা। ৰজাই সিহঁতৰ এটা কথাৰ ফয়চলা কৰি দিব লাগে। কাৰণ এটা কথাত সিহঁত তিনিটাই তিনিদিন তিনি ৰাতি যুক্তি তৰ্ক কৰিও কোনো সিদ্ধান্তত উপনীত হ'ব পৰা নাই। তৰ্কৰ বিষয় কি জান? ধৰ্ম। সিহঁতৰ কোনটোৰ ধৰ্মটো শ্ৰেষ্ঠ?

—বাব্বাহ। মৰাত্মক প্ৰশ্ন। ৰজাই কি উত্তৰ দিলে? ৰজা কোন ধৰ্মৰ মানুহ আছিল?

—সেইটোৱেইতো কথা, প্ৰফেচৰ। হা-কৰিলেই গৰ্ভ দেখিব লাগে বুজিছ। তইতো বুজিবই লাগে। ৰজাৰ ধৰ্ম থাকে নেকি? নেথাকে। ব্যক্তিৰহে থাকে। ৰজাতো এটা অনুষ্ঠান। ৰজাই মানুহ তিনিটাক তিনিদিনৰ পাছত আহিবলৈ ক'লে। ক'লে আহোতে প্ৰত্যেকেই তিনিটা তিনিটা চাউল লৈ আহিব। একে বাগীৰ নভগা ভাল শালী চাউল।

—চাউল? শালী চাউল? ৰজাৰ অলপ গণ্ডগোল আছিলনেকি?

—অঁ। তোৰ নিচিনা প্ৰফেচৰ। শুন। শুনি যা। তিনিদিনৰ মূৰত মানুহ তিনিটা আহিল। বিচাৰ শুনিবলৈ দৰবাৰ লোকাৰণ্য। বহুতৰ গোন্ধ পাইছে। ৰজাই চাউল নটা ল'লে। হাতৰ মুঠিতে

ৰাখি সিহঁতৰ লগত কথা পাতিবলৈ ধৰিলে। গাঁৱৰ কথা। ঘৰৰ কথা। খেতিৰ কথা। ধৰ্মৰ কথা। তাৰ পিছত মুঠি খুলি সিহঁতক নিজৰ নিজৰ চাউল কেইটা ল'বলৈ ক'লে।

—পাৰিলেনে সিহঁতে ?

—বাপেকৰ তাগদ আছে। এপৰ যুঁজিও এটা চাউলো বাচি উলিয়াব নোৱাৰিলে। সত্য তেনেকুৱাই বুজিছ। সত্যৰ প্ৰকাৰ-ভেদ নাই। সত্যক বুজা, বুজিবলৈ যত্ন কৰা, বুজি জীৱন নিৰ্বাহ কৰাই ধৰ্ম।

—সেইখিনিলৈকে বুজিলো, মোমাইটি। পিছে তুমিযে কিতাপ পঢ়াৰ হিচাপ লৈছিলা, কেনৈ ?

—অঁ। জীৱনত কিতাপতো খেৰেই পঢ়িলি। কোৰানখন ভালকৈ পঢ়িছ ?

--পঢ়োতে পঢ়িছেঁ। ৰমজানত খতমো দিওঁ। কিন্তু ভালকৈ পঢ়াৰ মানে কিবা খুজিছা ?

—মানে বুজি পঢ়াৰ কথা কৈছো। ছুৱাবৰ আশাত পঢ়াৰ কথা কোৱা নাই। অৱশ্যে ছুৱাবৰ ব্যাখ্যা বা তই কি কৰ।

—আৰবীয়ে ভালকৈ বুজি নেপাওঁ মোমাইটি। অনুবাদতে যি অলপ-অচৰপ।

—তই বেয়া নেপাবি, প্ৰফেচৰ। তহঁতে পাৰ। মন থাকিলে দুই-তিনিবছৰত আৰবী শিকিও কোৰান বুজিব পাৰ। মোৰ কথা হ'ল, আমি নিজৰ ধৰ্মক লৈ গৰ্ব কৰা মানুহখিনিয়েই অধ্যয়ন নকৰো। অকল মুছলমান বুলিয়েই নহয়, প্ৰায়বোৰ ধৰ্মৰে তথাকথিত শিক্ষিত শ্ৰেণীটোৱেই অধ্যয়ন নকৰে। ফলত ধৰ্মই তাৰ মহাত্ম্য হেৰুৱাইছে। আৰু সক সক কথাই ধৰ্মৰ এলেকাত বেদখল কৰি নানান খেলিমেলিৰ সৃষ্টি কৰিছে। তই কথাবোৰ দকৈ তলকি চাবিচোন, প্ৰফেচৰ। কিবা পাৱই বা।

— আচলতে তোমাৰ মতলব কি, মোমাইটি ?

—দেখ প্ৰফেচৰ। তালুকি-ভালুকি নকৰিবি। মোৰ মতলব, হোঁ? নেজান? তোৰ মতলব কিন্তু মই পুৰা বুজিছো। চাপৰি মেঘ

একৰাৰি। বাৰু শুন। মইতো চুই-মৰা ডাক্তৰ। মাহটোত এশ-তিনিটা নতুন দেৱাইৰ নাম মুখস্থ কৰিব লাগে। পেচাব-পায়খানা ঘাটিব লাগে। তাৰ মাজতে আৰবী শিকি ঢুকি পোৱাত পোৱা চব পঢ়িছো। আমাৰ পটভূমিত সেইবোৰৰ প্ৰায়োগিকতা বিচাৰ কৰিছো। প্ৰয়োগ কৰিছো। আজান চাহেবে জিকিৰ লিখা কামটোৰ পটভূমিত তই মোৰ এই কথাখিনি বিচাৰ কৰি চাবি। আৰু এটা কথা মনত ৰাখিবি। ৰচুলুল্লাহ মাত্ৰ তোৰ-মোৰ নবী নাছিল। বিশ্বনবী আছিল।

মোমাইটিৰ সেইটো ৰূপ মোৰ বাবে নতুন আছিল। মোৰ ভয় লাগি গৈছিল। কি ভীষণ এটা জিম্মেদাৰীৰ ইংগিত দিছে মোমাইটিয়ে। আমিতো জীৱনত পলাবলৈকে শিকিলো। আপোন শকতিৰে সাতুৰিবলৈ নিশিকি সোঁতত উটি যাবলৈকে শিকিলো। ঠগিবলৈকে শিকিলো নিৰ্বিচাৰে—নিজক, আনক, বিশ্বক। আপোচেই হ'ল আমাৰ জীৱনৰ নাম।

কেইবাদিনলৈ মোমাইটিৰ কথাবোৰ মোৰ মনৰ মাজত ঘূৰি ঘূৰি আছিল। ঘূৰি ঘূৰি আছিল মোমাইটিৰ জীৱনৰ অনেক সৰু সৰু স্মৃতি। সৰু সৰু। কিন্তু টুকুৰা-টুকুৰ হীৰাৰ দৰে।

মোমাইটিক খুউব ভাল পাইছিলো ঠিকেই। কিন্তু কিছুমান কথাত মোমাইটিক ঠিক বেয়া নেপালেও অসুবিধা পাইছিলো। মোমাইটি বৰ হিচাপী আছিল। কেৱল পয়চাৰ ক্ষেত্ৰতে নহয়। সকলো ক্ষেত্ৰতে। সম্ভৱতঃ মৰমৰ ক্ষেত্ৰতো। এতিয়া হঠাৎ মোমাইটিক নতুনকৈ আৱিষ্কাৰ কৰিছিলো। শ্ৰদ্ধা উপজিছিল। আৰু আৰু বহুত দেখি হৈ যোৱা যেন লাগিছিল।

ৰচুলুল্লাহৰ এটা গল্প যে আছে। সকলোৱে জনাই গল্প।

এক বৃদ্ধা আছিল। তেখেতৰ পৰম ভক্তা। আহিল এদিন তেখেতৰ ওচৰলৈ। লগত এটা নাতি। সৰু ল'ৰা। আহি কলে বোলে ইয়াক দোৱা এটা কৰকচোন। ই বৰ মিঠাই খায়। অলপ যেন কমে। তেখেতে কাইলৈ আহিবা পৰহিলৈ আহিবা কৰি আঠ-দহদিন হোইকা-পিচলা কৰি থাকিল। তাৰ পিছত ভালকৈ দোৱা

কৰিলে। ল'ৰাটোকো বুজাই ক'লে অধিক মিঠাই খোৱা ভাল নহয় বুলি।

বৃদ্ধা অলপ আচৰিত হ'ল। কৌতূহলী মানুহ। সুধিয়ে পেলালে বোলে এইফেৰা কামৰ কাৰণে এই হেনজন মানুহৰ ইমান দিন লাগিল কিয়। ইমান চোচৰোৱাৰ কাৰণ কি? উত্তৰত কোৱা হ'ল, ৰচুলুল্লাহে নিজেও হেনো মিঠাই খাই বৰ ভাল পাইছিল। নিজে মিঠাই খাই আনক মিঠাই নেখাবলৈ উপদেশ দিয়াটো বৰ প্ৰতাৰণাৰ কাম হ'ব। সেয়ে তেখেতে সেই কেইটা দিনত নিজে খোৱাটো নিয়ন্ত্ৰণ কৰি আনক নচীহত কৰাৰ যোগ্যতা, সেই অৰ্থে আল্লাহৰ তৌফিক মগাৰ যোগ্যতা অৰ্জন কৰি ল'লে।

কাণ টানিলে মূৰো অহাৰ দৰে একোটা গল্পই গল্পৰ ভাণ্ডাৰ মনলৈ আনি দিয়ে। আৰু গল্প মনত পৰি গৈছে। একেই অনেকে জনা গল্প।

এক বৃদ্ধা আছিল আকৌ ৰচুলুল্লাহৰ বৰ বিৰোধী। তেখেতৰ অহা-যোৱা বাটত সদায় কাঁইট পুতি থয়। তেখেতেও সদায় কাঁইটবোৰ উঘালি দূৰকৈ পেলায়। এদিন হঠাৎ বাটত এটাও কাঁইট দেখা নগ'ল। আৰু তেখেতেও কাল-বিলম্ব নকৰি বৃদ্ধাৰ ঘৰত গৈ উপস্থিত হ'ল। দেখিলে বৃদ্ধা ৰোগত পৰি কেঁকাই আছে। অকলশৰীয়া মানুহ। এটোপা পানী দিবলৈও কোনো নাই। তেখেতেও পৰিচৰ্য্যা আৰম্ভ কৰি দিলে।

এটা এটাকৈ মনলৈ আহিছিল এনে অনেক গল্প। আৰু মনলৈ আহিছিল মোমাইটিৰ অনেক সৰু সুৰা কাম। কথা। উপলব্ধি কৰিছিলো তেওঁ কিমান সতৰ্ক আছিল সকলো কাম প্ৰদৰ্শিত-পথ অনুসৰি কৰাত। আৰু তাকে কৰি আমাৰ দৰে দহজন পথভ্ৰষ্টক বাট দেখুউৱাৰ যত্ন কৰাত। কিন্তু কেতিয়াও জোৰ নকৰিছিল। জাপি দিয়াৰ যত্ন নকৰিছিল। ব্যাখ্যাও নকৰিছিল উপযাচি নিজৰ কামৰ। আমাৰ সেই সময়ৰ পেচ-ইমাম হবিব চাহেবক এদিন এজনে কৈছিল, ল'ৰাবোৰ আজিকালি বেয়া হৈছে। অলপ নচীহত কৰিবচোন।

জোনাৰে কৈছিল, সিহঁতটো মানুহৰ বাচ্চা। পিয়াহ লাগিলে মানুহটো নৈলৈ যাবই। নৈ মানুহৰ ওচৰলৈ আহিব নেলাগে নহয়।

আৰু আমি? আমি হয়তো বিক্ৰী হৈ গৈছো বস্তু সৰ্বস্বতাৰ ৰঙীন বজাৰত। এনেদৰে বন্দী আমাৰ আত্মা যে আমাৰ পিয়াহো মৰি গ'ল। নদীৰ আমাৰ দৰ্কাৰেই নাই।

মরেই কথা ৰাখি গৈ আছিলো। প্ৰায় সদায়। কেতিয়াবা দুই-তিনি দিনৰ মূৰে মূৰে। মোমাইটিয়ে তেওঁৰ অভ্যাস মতে নানান কথাৰে মোক ব্যস্ত ৰাখিছিল। ইখনৰ পিছত সিখন অতীতৰ দুৱাৰ মোৰ আগত খুলি দিছিল। কিন্তু বৰ্তমানৰ কথা ভৱিষ্যতৰ কথা খুব বেছি কোৱা নাছিল। কোৱা নাছিল বিশেষ কথাও।

তাৰ পিছত এদিন।

—অ'হ প্ৰফেচৰ। ডাক্তৰ কেইবিধ অ'?

—জানো মোমাইটি। মই আমাৰ প্ৰফেচাৰেই কেইবিধ নেজানো। ডাক্তৰৰ প্ৰকাৰ-ভেদ জানিম কেনেকৈ?

—অঁ। নেজানিবিতো। এনেইনো তোক মই সেই হেৰি বুলি কওঁনে। চুৰেইয়াই আকৌ বেয়া পায়। প্ৰফেচৰ মাত্ৰ দুবিধ, বুজিছ।

—দুবিধ? কি কি?

—এবিধ পঢ়া প্ৰফেচৰ। আৰু সিবিধ নপঢ়া প্ৰফেচৰ। পঢ়া বিধ প্ৰফেচৰ সাধাৰণতে বেয়া মাষ্টৰ হয়। ল'ৰা-ছোৱালীয়ে ভাল নেপায়। ক'ৰবাত কেতিয়াবাহে একোজন বেলেগ হয়। কিন্তু নপঢ়া বিধৰ প্ৰফেচৰ সাধাৰণতে ভাল মাষ্টৰ হয়। ল'ৰা-ছোৱালীয়ে ভালপোৱা মাষ্টৰ। কাৰণ তয়ে মোতকৈ ভালকৈ জানিবি।

মোৰ হাঁহি উঠিছিল।

—আৰু মোমাইটি? ডাক্তৰ।

—চাৰি বিধ।

—চাৰি বিধ?

—অঁ। চাৰি বিধ। এবিধ বেমাৰী ভাল কৰা ডাক্তৰ। ইহঁতৰ বৰ কষ্ট। বৰ পৰিশ্ৰম। ইহঁতে বেমাৰী মৰিলে মনে মনে কান্দে।

দ্বিতীয় বিধ বেপাৰী ডাক্তৰ। ইহঁতেও যথেষ্ট পৰিশ্ৰম কৰে। অৱশ্যে কষ্ট কম কৰে। বেমাৰী মৰিলে নেকান্দে।

—আৰু তৃতীয় বিধ ?

—তৃতীয় বিধক কয় বাঙালী ভাষাত হাতুড়ে-ডাক্তাৰ। ইহঁত বেয়া ডাক্তৰ। ইহঁতৰ বিদ্যা কম। চেষ্টাও নাই। তাং বাং কৰি চলি থাকে।

—আৰু চতুৰ্থ বিধ ?

—আঁ আঁ। এই বিধেই হ'ল আচল বিধ। তোৰ মোক্কম ডাক্তৰ। এখেতসকলে কোনেও নমতাকৈয়ে উপযাচি বেমাৰী ভাল কৰাৰ দায়িত্ব লয়। বেমাৰ নেথাকিলে বেমাৰৰ বীজ মেলি হ'লেও বেমাৰী তৈয়াৰ কৰি চিকিৎসা কৰে। সাপ হৈ খোটা বেজ হৈ জৰা যাক কোৱা যায়। পিছে এখেতসকলৰ হাতত বেমাৰী সহজে নমৰে। বেমাৰো সহজে ভাল নহয়। মাত্ৰ হায়-হায় খায়-খায় দোপত-দোপে বাঢ়ি গৈ থাকে। এখেতসকলৰো তৰকি দোপত-দোপে। আৰু কি লাগে। যুদ্ধ চলি থাকে মানেইতো বন্দুক-বাৰুদৰ কোম্পানীৰ লাভ।

—মই একো বুজা নাই, মোমাইটি। কিবা সাঁথৰ সাঁথৰ লাগিছে।

—বুজিবি প্ৰফেচৰ বুজিবি। অলপ মগজুৰ ব্যায়াম কৰিবি। দৰ্কাৰ আছে অ'। এখেতসকলৰ মক্কেল হ'ল গোটে সমাজখন। একোটা জাতি। হাত ভৰি এইবোৰ লৈয়ে গোটে একোটা মানুহ। নোম এডালো পেলনীয়া নহয়। অথচ মানুহে হাতক সন্মান আৰু ভৰিক অপমানৰ প্ৰতীক কৰি লৈ কমখন লণ্ডভণ্ড কৰা নাই। এখেত-সকল হ'ল···এ কিনো ক'ম। ধেৰ মানুহ অ'। তই এটা কাম কৰিবি বুজিছ। অলপ দিন জাচুচী কৰ। এঠাইত কৰিলেই হ'ব। আমাৰ একমাত্ৰ বংশধৰ লটিক সম্পৰ্কত তই অলপ খা-খবৰ ল'বিচোন। চব বুজি যাবি। আৰু বুজি লৈ যদি পাৰ···কিবা কৰিবি। আমি নোৱাৰিলো।' তইঁতে পাৰনেকি চাবি। ভালে-পাতে কোৱাই কাম নাই। সদায় পিপা বিচাৰিব লাগে অ'।

মুহূৰ্ততে মই সকলো বুজি গৈছিলো। কিযে এক দুঃসহ অসহায় অৱস্থা। চকুৰ আগত মথাউৰি ভাগিছে। সংহাৰ মূৰ্তি বান আহিছে।



১০

ঘৰ উটি গৈছে। খেতি উটি গৈছে। কৰিবলৈ একো নাই। কৰিব একো নোৱাৰি।

বাৰে বাৰে মনলৈ আহিছিল বাংলা কবি জীবনানন্দ দাশৰ সেই কবিতা—

অদ্ভুত আঁধাৰ এক এসেছে এ-পৃথিৱীতে আজ,
যাৰা অন্ধ সবচেয়ে বেশি আজ চোখে দ্যাখে তাৰা ;
যাদেৰ হৃদয়ে কোনো প্ৰেম নেই প্ৰীতি নেই করুণাৰ আলোড়ন নেই
পৃথিৱী অচল আজ তাদেৰ সুপৰামর্শ ছাড়া।
যাদেৰ গভীৰ আস্থা আছে আজো মানুষেৰ প্ৰতি
এখনো যাদেৰ কাছে স্বাভাৱিক বলে মনে হয
মহৎ সত্য বা ৰীতি, কিংবা শিল্প অথবা সাধনা
শকুন ও শেয়ালেৰ খাদ্য আজ তাদেৰ হৃদয়।

হাঁহি হাঁহি হাঁহিয়েই জীৱন কটোৱা মোমাইটিটোৰ বুকুৰ ভিতৰত ক'ৰবাত এটা যে গভীৰ নিৰব কান্দোন সোমাই আছিল সেই কথা মই নজনা নহয়। কিন্তু সেই কান্দোন কিমান গভীৰ তাৰ একোধাৰণা মোৰ নাছিল।

তথাপিও মই জানিছিলো।

একমাত্ৰ পুতেক লটিফৰ ওপৰত মোমাইটিৰ কি গভীৰ আস্থা কি অপৰিসীম আশা আছিল। বিয়াৰ প্ৰায় দহবছৰৰ পিছত মোমাইটিৰ একমাত্ৰ সন্তান লটিফৰ জন্ম হৈছিল।

লটিফ যেতিয়া প্ৰথম স্কুললৈ যায় মই তেতিয়া কামত সোমোৱাই নাই। এম-এ পাচ অৱশ্যে কৰিছো। সেইদিনা মোমাইটিহঁতৰ ঘৰত আমাৰ দাৱাত আছিল। দোৱা হৈছিল। জামাতৰ সকলো পৰ-হেজগাৰ মানুহক মাতিছিল। লটিফৰ লগ-সমনীয়াবোৰক মাতিছিল। নাজিমা বাইটি তেতিয়া আছিল। ইন্তেকাল হোৱা নাই। মোমাইটিৰ সেইদিনা কি স্ফূৰ্তি।

কথা কৈয়ে আছিল, কৈয়ে আছিল, কৈয়ে আছিল।

—মই ইয়াক, মই ইয়াক খুব ডাঙৰ, মস্ত, উকিল বনাম, বুজিছা। উকিল মানে বেৰিষ্টাৰ, বুজিছা। তোমালোকে দোৱা কৰিবা। খোৱা, খোৱা।

মানুহৰ খোৱা-বোৱাৰ ভদাবক কৰি কৰি মোমাইটিয়ে কৈ আছিল।

—উৱা। মই হ'লে বুজি পোৱা নাই, ডাক্তৰ চাহেব। ডাক্তৰৰ ল'ৰা ডাক্তৰ হ'ব লাগে। উকিল কেলৈ। তোমাৰ পিছতভো এই কালে ডাক্তৰ নায়েই। হাঁচি এটা মাৰিলেও টাউনলৈ চেকুৰ।

কোনোবা এজনে খাই খাইয়ে কৈছিল।

—নাই-নাই-নাই-নাই। তোমালোকে বুজা নাই। একো নুবুজা। নাই-নাই। তাক মই দে-দে দে-দে দে-দে কৈ থকা তোমালোকৰ সেই চোৰবো উকিল মালিকবো উকিল মামুলি উকিল নবনাও নহয়। লাখোঁ-মে-এক হ'ব সি। কঁপাই থাকিব। তোমালোকে জানানে নেজানা আমাৰ গান্ধীজী উকিল, জৱাহৰলাল উকিল, তিলক আৰু কোন কোন চব উকিল। আমাৰ তৰুণ ফুকনো উকিল। কঁপাই থাকিব।

—হয়নে? ইয়াক হ'বলা মন্ত্ৰী·বনাবাগৈ?

—নাই-নাই-নাই-নাই। মন্ত্ৰী-চন্ত্ৰী নহয়। তোমালোকে নেজানা। অইন বহুত কাম আছে, বুজিছা। দিন গৈ থাকে মানে এই কামবোৰো বাঢ়ি গৈ থাকিব, বুজিছা। মই লটিকক এই কামবোৰ কৰা মানুহ বনাব খুজিছা। আইনটো লাগে। সময় আজিকালি যিটো কোবত গৈছে-এনেকৈ গৈ থকাৰ লগে লগে এনেকুৱা কিছুমান গেপ্ হ'ব—মানে, বুজিছা খালী ঠাই ছিগা ঠাই হ'ব, পুৰাবলৈ ধেৰ ধেৰ মানুহ লাগিব। নহ'লে বৰ কিবা থান-বানখন হ'ব। পয়মাল হ'ব। পয়মাল হ'ব। উকিল লাগিব। সি উকিল নহলে নহ'বই। টান পাব। এইবোৰত বুজিছা, মুখ বুধি আইন তিনিওটা লাগেহে।

কোনে কি বুজিছিল নেজানো। বোধকৰো একো বুজা নাছিল। প্ৰথম প্ৰথম ময়ো বুজা নাছিলো। লাহে লাহে বুজি আহিছিলো। এতিয়া বুজোঁ। কিন্তু··

লটিকে প্ৰথম প্ৰথম মোমাইটিৰ সেই আশা পুৰাব যেনেই লাগিছিল। হেলাৰঙে প্ৰথম, প্ৰথম আৰু প্ৰথমেই হৈ সি এদিন উকিল হৈ ওলাই আহিল। পঢ়ি থকা দিনত বহুত তৰ্কৰ আকস্মিক বক্তৃতাৰ পুৰস্কাৰ পালে। স্কুলত সমাজ সেৱাৰ আৰু কলেজত সাধাৰণ সম্পাদক হ'ল। কিন্তু·· ···

মোমাইটিয়ে কৈছিল যদিও সি আৰু পঢ়িবলৈ যাবলৈ মন নকৰিলে। ক'লা কোঁট, টাই আৰু কেতিয়াও মেলিবৰ প্ৰয়োজন নোহোৱা ছুই আলমাৰিমান বন্ধোৱা আলোচনীৰ কিতাপ লৈ টাউনত বহি গ'ল। আৰু অচিৰে ৰয়নাৰে চপোৱাৰ দৰে ধন ঘটিবলৈ লাগি গ'ল। নগৰত মাটি কিনা হৈ গ'ল। ধুনীয়া ঘৰ বনোৱা হৈ গ'ল। গাড়ী আছিল। আৰু···আৰু মোমাইটিৰ মন নথকা সত্ত্বেও, বাৰে বাৰে বুজোৱা স্বত্বেও এজনী চাহ বাগিচাৰ মালিকৰ ঘৰৰ ছোৱালীৰ লগত বিয়াও হৈ গ'ল।

আৰু ঈদ-বকৰীদত মোমাইটিক টাউনত ঈদ কৰিবলৈ মতা হ'ল। মোমাইটি অৱশ্যে কেতিয়াও যোৱা বুলি মই নেজানো। লটিফৰ ল'ৰা-ছোৱালী স্কুল একেবাৰে সকৰে পৰাই দাৰ্জিলিঙত থাকি পঢ়া হ'ল।

লাহে লাহে লটিফমানে নগৰৰ এজন ডাঙৰ ধনী উকিল হৈ পৰিল। গাড়ী বাৰী ইত্যাদিৰে পৰিবেষ্টিত এজন মানুহ। আগে পিছে একো নাই। আমাৰ ইয়াত সকলোৱে প্ৰায় পাহৰি দিলে। আপোন মানুহ কাৰোবাৰ বিয়া হ'লে ছপা চিঠি এখন ডাকত গ'লেও যায় নগ'লেও নাই আৰু। নাহে বুলি চবে ধৰিয়ে থয়। কোনোবা মৰিলে খকামকাত খবৰ দিয়া নহয়েই।

গতিকে শেষ। সপোন শেষ হ'ল।

মোমাইটিয়ে এদিন মোক কৈছিল—

—দুখ লগা কথা অ' প্ৰফেচৰ। পিছে দুখ মই নকৰো। আল্লাহে কেতিয়া কি ভাবি কি কৰে তই মই কেনেকৈ জানিম। এই গেপটো পূৰাবৰ প্ৰয়োজন হ'ব বুলি ভাবিয়েই মই তাক এখন ব্ৰীজ বনাব খুজিছিলো। ব্ৰীজ সি নহ'ল। হ'ল নিজেই এটা বিৰাট গেপ। এটা কন্দৰ। নিজেতো গ'লেই। পিছৰ বোৰকো টানি লৈ গ'ল। যদি পাৰ তইঁতে এই গেপটো পূৰোৱাৰ জিম্মেদাৰী ল। নহ'লে কিন্তু গ'ল আৰু। কাঁচৰ মোলত হীৰা বিক্ৰী হোৱাৰ সমান সভ্যতাৰ ট্ৰেজেডী আৰু নাই।

—তোমাৰ কথা মই বুজিছো মোমাইটি। কিন্তু খিয়ানে ভাৱো

সিমানে দুৰ্বল অসহায় বোধ কৰো। দুহাতেৰে হেচি তুমি জোনাবক ঠেকাই ৰাখিবা কেনেকৈ।

—দেখ, প্ৰফেচৰ। এক বচুলুল্লাহে এক অন্ধকাৰ যুগৰ বিৰুদ্ধে অকলে থিয় হৈছিল। ৰোগটো বুজিলে চিকিৎসা টান নহয়। মই তোক এটা সূচনা দিছো। বচুলুল্লাহে দৰিদ্ৰতাক নিজৰ গৰ্ব নিজৰ শক্তি হিচাপে গণ্য কৰিছিল। তেখেত জানো প্ৰকৃততে দৰিদ্ৰ আছিল? এই অৱস্থাটো বুজাৰ মানসিকতাটো লাগে। বৈজ্ঞানিক যুগক মানুহে ভুলকৈ বুজি ভুলকৈ লোৱা নাইতো?

মই মনে মনে তললৈ চাই বহি আছিলো। হলহলীয়া, ফৰফৰীয়া, টেটকুটিয়া মোৰ এই মোমাইটিটো কি দুষ্ট। কি দুষ্ট। কি সুন্দৰ দুষ্ট। মোৰ নিজকে বৰ অকণমান বৰ পাতল যেন লাগিছিল।

—তই আহিবিচোন বাৰু প্ৰফেচৰ। অহা পোন্ধৰ তাৰিখে আমাৰ ঘৰলৈ আহিবি। চুৰেইয়াকো লৈ আহিবি। দুপৰীয়া ভাতৰ দাৱাত। আহিবি। কথা আছে। দৰ্কাৰ আছে।

—কিবা পাতিছানেকি, মোমাইটি?

— আগে আগে দেখ', হোতা হেই কিয়া।

পোন্ধৰ তাৰিখে আমি গৈ দেখিছিলো মোমাইটিহঁতৰ উকণ্ডা-উকণ্ডা লগা ঘৰ ভৰপূৰ। পো-বোৱাৰী। নাতি-নাতিনী। নতুন পৰ্দা। ফুলদানীত নতুন ফুল। পাগঘৰৰ ফালৰ পৰা বতাহত ভাঁহি অহা মজাদাৰ খানাৰ খুচ্‌বু। খদমদম। তহ্‌বতহ্‌। জিলিকিছে। জিলিকিছে। চিকমিকাইছে। বেৰে-চালে হাঁহি। মোমাইটিৰ ঘৰৰ অনানুষ্ঠানিক প্ৰকটল অফিচাৰ বচিৰৰ গাত এধানমান চকা লুঙি-গেঞ্জি। অফিচাৰণী জোনাকীৰ মেখেলা-চাদৰ নকৈ ধোৱা। সকলোবোৰ ঈদ-ঈদ লগা। খুচি-খুচি।

—হাই আঙ্কল।

—হাই আন্টি।

—উৱা। তোমালোক দেখোন। ভিম্পি-চিম্পি। কেতিয়া পালাহি তোমালোক?

ভিতৰৰ পৰা লাটিক ওলাই আহিছিল।

—অহ পাপা। হেল্‌প আচ আউট। একো নবুজিছো।

—বহা কেকা। বৌ ভালনে? ইহঁতে নকৈ নকৈ এচ্‌মীজ ক'ৰই নোৱাৰা হ'ল। ভালকৈ বুজিকে নেপায়।

—কেতিয়া পালাহি?

—ৰাতি পালোহি। ভাল তোমালোকৰ?

—ৰাখিছে আৰু আল্লাহে। বহুত দিনৰ মূৰত দেখিলো।

—গয়িং ফেট নাহয় আঙ্কল? হি-হি-হি।

—বৰ দৰ্কাৰ এটাত আহিলো। সময়েই নেপাওঁ। ইহঁতো আহিছিল বন্ধত। আহিব খুজিলে। ময়ো বোলো ব'ল, আতাক চাবি।

—পাঁপা। আত্তা কি? ইজ্‌ নট ইট ব্ল'ৰ?

—ড'ণ্ট্‌ বি চিলি। আতা ইজ্‌ গ্ৰেণ্ড্‌পা ইন্‌ এচ্‌মীজ।

—হোৱাট আত্তা? চুড্‌ বি কাকা, অৰ চাম্‌থিং। টি-ভিতেতো কা কা কাকা ডে চে।

দিনটো অভিনৱ এক অভিজ্ঞতাৰ মাজেৰে পাৰ হৈ গৈছিল। এক প্ৰকাৰে ক'বলৈ গ'লে মোৰ আৰু চুবেইয়াৰ একেবাৰে ঘৰৰে ল'ৰা-ছোৱালী এজনী ভতিজা এটা ভতিজাৰ লগত ভাষাৰ কুস্তি কৰি থাকোতেই গ'ল। মোমাইটি আছিল। অনবৰতে আছিল। মিচিক মিচিক হাঁহি আছিল। কথাত বেছি ভাগ লোৱা নাছিল।

জোহৰৰ নামাজ মই আৰু মোমাইটিয়ে ঘৰতে পঢ়িছিলো। ওচৰৰ কোঠাৰ কথা-বতৰা মাজে মাজে আহি কাণত পৰি আছিল। আজিয়েই নহয় আগেও অন্ত ঠাইতো মই মন কৰিছো ডিম্পি-চিম্পিহঁতৰ দৰে উঠা ল'ৰা-ছোৱালীয়ে সাধাৰণ ঘৰত কথা-বতৰা নেপাতে। পাতিব নোৱাৰে। এওঁলোক আৰু কেন্দ্ৰীত কাম কৰা মানুহৰ ডাঙৰ ডাঙৰকৈ কথা পতা অভ্যাস। কেন্দ্ৰী-কৰ্মীৰ কাৰণটো বুজো। এওঁলোকৰ নুবুজো। মনস্তাত্ত্বিক হ'ব পাৰে।

—হোৱাট্‌চ ডে ডুয়িং মাম্মা? ইজিট নামাজ অৰ চাম্‌থিং?

—ইয়া। ইট ইজ। বাট কোৱায়েট। ইটচ্ প্ৰেয়াৰ। জে মাইট মাইণ্ড্।

—বাট্ মাম্মী। এই চব্‌টো হোৱাটচ্ ডে, আ জোনাব, জোনাব কেন্‌ডু। হোৱাই আঙ্কল, গ্ৰেণ্ড্‌পা। ষ্ট্ৰেঞ্জ।

আচৰৰ ৰক্তত মোমাইটিয়ে মোক কৈছিল---মচজিদলৈকে যাওঁ বল, প্ৰফেচৰ। ঘৰখনত মানুহ বহুত হৈছে। কথা-বতৰা পতাত আহুকাল পায়। আলহী মানুহ।

আলহী মানুহ। শব্দ দুটা কাণত ৰৰকৈ বাজিছিল। মোমাইটিৰ কণ্ঠ সদায় নিয়ন্ত্ৰিত। মনৰ কোনো প্ৰভুত্ব তাৰ ওপৰত নেখাটে। তথাপি শব্দ শব্দই ? শব্দ মৃত বস্তু নহয়। যেনে দৰেই হওক শব্দই সংবাদ বহন কৰিবই।

চকু দুৰ্বল হোৱাৰ পৰা মোমাইটিয়ে নিয়মিত জামাতেৰে নামাজ পঢ়িবলৈ মচজিদলৈ যাব নোৱাৰা হৈছিল।

—থাকিব হ'বলা কেইদিনমান ?

—ক'তনো থাকিব। আজি ৰাতিটো আছে। আঠা নাই অ'।

মচজিদলৈ গৈ থাকোতে আমি কথা পাতিছিলো। মন গৈছিল কিবাকিবি সুধিবলৈ। কিন্তু কিয় জানো সুধিব পৰা নাছিলো। বোধকৰো সংস্কাৰ। বোধকৰো মোৰ সংকোচ।

—বহুত দিনৰ মূৰত আহিল। গাঁওখনলৈ বৰ মনত পৰিল।

মনত পৰি অহা নাই অ' প্ৰফেচৰ কালৈকো। মনত পৰিবলৈ মন এটা লাগে, বুজিছ, পুৰণি মন। ইহঁতৰ মনবোৰ নতুন মনবোৰৰ আগলৈহে থাকে, পিছত একো নেথাকে। মতলবত আহিছে।

মই মনে মনে আছিলো। আপোন মানুহ হ'লেও মোমাইটিহঁতৰ নিতান্ত ঘৰুৱা কথাত উৎসুকতা দেখুৱাবলৈ টান পাইছিলো।

—সুসুধিলি কেলৈ কি মতলব, প্ৰফেচৰ ?

মই আকৌ মনে মনে থাকিলো। মোমাইটিৰ কণ্ঠ অকণো কঁপা নাছিল। কিন্তু মই অনুভৱ কৰিছিলো তেওঁৰ মনটো ৰিৰ্‌ৰিৰ্‌কৈ কঁপিছিল।

ক'লো-কোৱা মোমাইটি, যদি কৈ তোমাৰ ভাল লাগে।

—বুজিছু, ইহঁত আছিছে মোক ভুকুকিয়াই মেলি টাউনলৈ লৈ যাবলৈ। ইয়াৰ মাটি-বাৰীবোৰ বোলে বেচি দিব। ভাল পাৰ্টি পাইছে বোলে।

মই আকৌ মনে মনে আছিলো।

মনৰ পৰ্দাত দৌৰাদৌৰিকৈ পাৰ হৈ গৈছিল কেইখনমান মুখ। ৰংপুৰীয়া কাইটি। বেণু। বৌচন।

মুখেৰে মই প্ৰায় ক'ব নোৱাৰাকৈয়ে ওলাই গৈছিল—বচিৰ। জোনাকী।

—মই যাম বুলি তই ভাবিছ কেনেকৈ। বচিৰ জোনাকীহঁতক চৌঠেঙীয়াত পেলালে আল্লাহে মোক শুদাই নেৰে।

গাঁৱৰ বাটেৰে কাৰোবাৰ এখন স্কুটাৰ গুলিটো যোৱাদি পাৰ হৈ গ'ল। ইমান ধূলি। একেবাৰে ধুৱলি কুঁৱলি হৈ গৈছে।

মোমাইটিয়ে হঠাৎ এটা ডাঙৰ উজুটি খালে। হামখুৰি খাই পৰিছিলেই। মই প্ৰায় গবা মাৰি ধৰি পেলালো।

—কৈছিলো নহয়। এই কাৰণেইতো মই তোমাক ধৰি ধৰি আহিব খুজিছিলো।

—হ'ব দেচোন। গৈ থাকচোন। আৰুনো কিমান বাট। মচজিদ পালোহিয়েই। মানুহৰ চকুকেটাই বুজিছু, প্ৰফেচৰ।

আমি গৈ থাকিলো।

মোবাইটিয়ে মোক হাতত ধৰি যাবলৈ নিদিলে।

মগৰিবৰ আগে আগে বিদায় লৈ লটিফহঁতক ক'লো।

—এপাক মাৰিবা আমাৰ ফালেও। চিম্পি, ডিম্পি যাবা দেই।

—অঙ্কল টি-ভি আছে? ফিলিং বোৰ্ড।

—ভি-চি-পি? ডেট্‌চ ফান।

—একো নাই মাজনী। বাবাটো। এটা পুৰনি ৰেডিও মাত্ৰ আছে।

—ষ্ট্ৰেঞ্জ। ইমাজিন চিম্প্‌। আচ্চা আঙ্কল, মা বাবা মীন্‌চ মাম্মী পাপা। আমি তুমি চবৰ মা বাবা?

আমি মাথোন হাঁহিছিলো। মা বাবাই হয়।

—ৰেডিও হোপলেচ। লাফ টাইম মিউজিক জাষ্ট টলাবেব্‌ল।

লাটিফহঁত আমাৰ ঘৰলৈ নাছিল।

মই কেইবাদিনো কিবা-কিবি ভাবি ভাবি কটালো। মোমাইটিৰ ঘৰলৈ যাওঁ যাওঁ কৰিও যোৱা হোৱা নাছিল।

মনটো উদাস উদাস লাগি আছিল হয়তো এনেয়ে।

গেপ। ব্ৰীজ। মোমাইটিৰ কথাবোৰ ঘূৰাই ঘূৰাই ভাবিছিলো।

অভঁ-গাৰ্ডে শব্দটোৰ অৰ্থ বিচাৰি হাহাকাৰ কৰিছিলো।

ডিহা নৈত সাঁকো দিব পাৰি।

দিখৌত দলং।

ব্ৰহ্মপুত্ৰতো।

কিন্তু সাগৰত। মহাসাগৰত।

দি ইষ্ট ইজ ইষ্ট। দি ৱেষ্ট ইজ ৱেষ্ট। দি টোৱেইন চেল নেভাৰ মিট। মাত্ৰ গ্ৰাস। গ্ৰাস।

নতুনকৈ আৰম্ভ কৰাৰ বাহিৰে হয়তো আৰু উপায় নাই। য'ত ছিগা আৰম্ভ হৈছিল তাৰপৰা, মাজৰ দীঘল এছোৱা বাদ দি। অথবা একেবাৰে নতুনকৈ। শেষ হৈ যোৱাৰ আগতে যি অকণমান আছে তাকে বচোৱাৰ বাবে কিবা এটা কৰাৰ। সঁচ থাকিলেহে খেতি কৰিব পৰা যায়। সঁচ মৰিলে কিহেৰে কৰা যাব। কিন্তু পৰা যাব জানো। পৰা যাব জানো। সন্দেহ নাই, ডাক্তৰ মোমাইটিৰ পথেই একমাত্ৰ পথ। কিন্তু পাহৰিলে নচলিব ডিম্পি-চিম্পি মোমাইটিৰ প্ৰত্যক্ষ উত্তৰ-পুৰুষ।

এইবোৰ আকাশ পাতাল ভাবি-ভাবি বহি আছিলো বাৰাণ্ডাত মোৰ প্ৰিয় বেতৰ চকিখনত। ওচৰতে এটা মূঢ়াত বহি চুৰেইয়াই একান্ত মনেৰে উল গুঠি আছিল। পুৰা ন-মান বাজিছিল। অলপ আগতে আমি ডাক্তৰ মোমাইটিৰ কথা পাতিছিলো। মই গোটেইবোৰ কথা চুৰেইয়াক বিবৰি কৈছিলো। চুৰেইয়াই মনোযোগেৰে শুনি গৈছিল। মাজত কোনো মন্তব্য কৰা নাছিল।

মোৰ কথা শেষ হোৱাৰ, পিছত খন্তেক মনে মনে থাকি তাৰ পিছত কৈছিল—

—কথাবোৰ নিচেই সহজ নহয় জানা। ইয়াৰ তালেমান দিশো আছে। মোমাইটিৰ কাল-চেতনা বৰ তীক্ষ্ণ। আচলতে তেওঁ নিজকে এটা আদৰ্শ অথবা নমুনা হিচাপে প্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰিছিল। তেওঁ পৰা নাই। মানে সফল হোৱা নাই। মানে উদ্দেশ্য সফল হোৱাৰ ক্ষেত্ৰত।

—তেন্তে তুমি কি কৰা হ'লে সফল হ'লহেঁতেন বুলি ভাবা ?

—মোমাইটিয়ে যি কৰিছিল আনেও তাকে কৰি যোৱাৰ বাহিৰে আন কিবা উপায় আছে বুলি মই নেভাবো। কিন্তু এই সমস্যাটো থাকি যাবই। এই সমস্যাৰ লগত জড়িত সংঘাত থাকি যাব। কাৰণ সময় আগবাঢ়ি গৈ থাকিবই। বিভিন্ন দিশত বিভিন্ন পৰিবৰ্তন ৰূপান্তৰ ঘটি থাকিবই। এনে পৰিস্থিতিত এই কামটো সহজ নহয়েই। বস্তুবাদী মনৰ প্ৰসাৰ ঘটি থাকিব। কিন্তু এচাম মানুহে তথাপি কাম কৰি থাকিবই লাগিব। এইবোৰ সময় সাপেক্ষ কথা। ভবিষ্যতত হয়তো কেতিয়াবা কিবা হ'ব। কাৰণ মানুহৰ দৃষ্টিভঙ্গিতো পৰিবৰ্তন ৰূপান্তৰ চক্ৰাকাৰ গতিত ঘটি থাকে।

মনে মনে থাকি মই তেওঁৰ কথাবোৰ চিন্তা কৰিবলৈ যত্ন কৰিছিলো। চুৰেইয়াৰ চিন্তাধাৰাক মই সদায় শ্ৰদ্ধা কৰি আহিছো।

এনেতে দেখিছিলো পছুলিয়েদি প্ৰায় দৌৰি অহাৰ দৰে বচিৰ সোমাই আহিছে।

কোঁপাই-কোঁপাই সি কৈছিল—

—কেকা। বৌ। তোমালোক তৎক্ষণাত ব'লা। বৰাৰ কিবা এটা হৈছে। বেহুচ হৈ গৈছে।

কেও-কিছু নোহোৱা বচিৰক মোমাইটিয়ে সৰুৰে পৰা ডাঙৰ-দীঘল কৰিছিল। সি বৰা বুলিয়ে মাতিছিল।

—কেনেকৈ ? কি হ'ল ?

—একো ক'ব নোৱাৰো। বহি থাকোতেই ঢলি পৰিল। জোনাকীয়ে দেখিলে। ধৰাধৰিকৈ বিছনালৈ নিছো। মানুহ-দুনুহ গোট খাইছে। তোমালোক আহাঁ।

আমি যেনেকৈ আছিলো প্ৰায় তেনেকৈয়েই চাপাল মেলালো।

ইতিমধ্যে যথেষ্ট মানুহ গোট-খাইছে। নানাজনৰ নানাধৰণৰ ভাগে ভাগে মন্তব্য। মোমাইটি সংজ্ঞাৰহিত হৈ পৰি আছে।

মই সময় নষ্ট নকৰি কৰিয়া বাইটিৰ ঘৰলৈ গলো। তেওঁলোকক কৈ গাড়ী এখন টাউনলৈ ডাক্তৰ আনিবলৈ পঠিয়ালো। লটিফলৈ খবৰ দিয়াৰো ব্যৱস্থা কৰা হ'ল।

ডাক্তৰ আহিছিল। গধূলি সময়ত লটিফো ওলাইছিলহি। অকলৈ। ল'ৰা-ছোৱালী দাৰ্জিলিঙত। মাক এমাহ হ'ল মাকৰ ঘৰত।

কথা আমি ভবাটোৱেই। ষ্ট্ৰ'ক। ডাক্তৰে ঘৰতে চিকিৎসা কৰাৰ ব্যৱস্থা কৰিলে। হস্পিতাললৈ নিয়া সম্ভৱ নহয়। সকলো আল্লাহৰ ওপৰত। কিমান ঘণ্টা পাৰ হৈ গ'লে কিবা এটা হ'লেও হ'ব পাৰে।

আমি ৰাতি পৰ দিছিলো।

জোনাকীয়ে উচুপি উচুপি ঘটনাৰ বিৱৰণ দিছিল। আন দিনাৰ দৰেই আৱল ফজৰতে উঠি মোমাইটিয়ে নামাজ পঢ়িছিল। তচবীহ লৈছিল। স্বাভাৱিক ভাৱে অন্যান্য কাম কৰিছিল। মাথোন চাহ খোৱাৰ সময়ত কেতিয়াও নোকোৱা অস্বাভাৱিক ধৰণৰ কথা কিছুমান কৈছিল। বচিৰ-জোনাকী মনে মনে বৰ আচৰিত হৈছিল। জোনাকীৰ গা বাজিছিল। অজান আশঙ্কাত।

—বচিৰ অ'। আমাৰ পিছফালৰ ভলুকা বাঁহজোপাত বুঢ়া বাঁহ আছেনে নাই অ'? মই যে আজি কিমান দিন বাৰীৰ ফালে যোৱা নাই। একো ক'ব নোৱাৰো। বৰীখন কেতিয়াও আওহেলা নকৰিবি তইঁতি।

—ধেৰ বুঢ়া বাঁহ আছে, ববা। কেলৈ? কোনোবাই খুজিছে নেকি?

—নহয় অ'। এনেই মনলৈ আহিছে। হেৰি নহয় অ'। চকুৰে কম দেখা হোৱাৰ পৰা মই বাৰীই নোৱাৰা হ'লো। তইঁতৰ মাৰৰ কবৰৰ গাতে যে খালী ঠাই অকণমান আছিল, আছেনে, নাই তাত কাৰোবাৰ কবৰ পৰিল? বহুত দিন কবৰস্থানলৈ যোৱা নাই। আগেয়ে সদায় জিয়াৰত কৰিছিলো।

—আছে বৰা। তুমি এইবোৰ কথা কেলৈ সুধিছা?

—এনেয়ে অ'। মানুহৰ হায়াত-মৌতৰ কিবা ঠিক আছে। আৰু হেৰি বুজিছ। মই যদি কেনেবাকৈ পাহৰি যাওঁ প্ৰকেচৰক ক'বি। মোৰ বাকচত কাগজ-পত্ৰ অলপমান আছে। উইল বুজিছ। সি আহিব লাগিছিল। নহাই হ'ল। আজি কিজানি আহিব।

সেয়াই শেষ।

তাৰ পিছত তেওঁৰ মৰমৰ আৰামী কেদাৰাখনত বহি দূৰলৈ চাই আছিল।

জোনাকীয়ে যেতিয়া দেখে তেতিয়া তেওঁ সংজ্ঞাহীন। কিবা এটা সুধিবলৈ স্বাবমান মাতি মাত নেপাইহে তাই ঘটনাটো বুজিছে।

ফজৰৰ আজান দিয়াৰ ঠিক আগে আগে মোমাইটি চুকাল। ইন্না লিল্লাহি ৱ ইন্না ইলায়হি ৰাজিউন।

জানাজাৰ পিছত ঘৰলৈ উভটি আহোতে মই বৰ অকলশৰীয়া বৰ বিক্ত যেন অনুভৱ কৰিছিলো। সকলো যেন শেষ হৈ গৈছে। কথাবোৰ ভাবিবলৈকো মোৰ ভয় লাগিছিল।

তথাপি ভাবিছিলো।

এনেকৈয়ে শেষ হৈ যায়। একোটা অধ্যায়। একোটা যুগ। এক ইতিহাস। শেষ হৈ যায়। আৰম্ভ হয় নতুন অধ্যায়। নতুন যুগ। নতুন ইতিহাস। সেই ইতিহাসে কি লৈ আহে কোনে জানে।

হয়তো সমৃদ্ধি। হয়তো আকাল।

এয়াতো মোমাইটি ঢুকুৱা আজি কিমান বছৰ হৈ গ'ল। পোন্ধৰ বছৰ। হয়তো বিশ বছৰ। আজি যদি ভিম্পি-টিম্পি ইয়ালৈ আহে দেখিব কত পৰিবৰ্তন। ঘৰে ঘৰে চিকি। গাড়ী। আৰু কত কি। হৈছে। হৈয়ে আছে। নতুন নতুন ঘৰ। দেখিলেই ভাল লগা। অনেক মানুহ। নতুন মানুহ।

কিন্তু···

এয়া সমৃদ্ধি নে আকাল?

কোনে ক'ব।

---